# ‘মোৰ জীৱন সোঁৱৰণ”

## প্ৰথম ভাগ—বাল্য-কাল।



শ্ৰী লক্ষ্মীনাথ বেজবৰুৱা

# "মোৰ জীৱন সোঁৱৰণ"

## —বাল্য-কাল—

('বেজবৰুৱা স্মৃতি চিৰিজ'ৰ তৃতীয় প্ৰকাশ)




শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা


উজাগৰ লখী-পূৰ্ণিমা

১৫ আহিন, ৪৭৬ শংকৰাব্দ

—৭৭ বছৰীয়া জন্ম-তিথি—


বেচ—এটকা মাথোন।



# মোৰ জীৱন সোঁৱৰণ

## প্ৰথম স্কন্ধ

### —বাল্য কাল—

### প্ৰথম আধ্যা।

———:※:———



—জন্ম—

কোন শকৰ কোন তাৰিখে মোৰ জন্ম হৈছিল, মোৰ মনত নাই। পিতৃ-মাতৃৰ মুখৰ পৰা সেইটো সকতে শুনিছিলোঁ। যদিও পাহৰিলোঁ। মই ডাঙৰ হলোঁ। যেতিয়া মনতে এটা শক ভাবি সাজি লৈ, মোৰ জন্মৰ শক-তাৰিখ নিদিলে নচলা কাৰ্য্যবোৰৰ নিমিত্তে সেইটোকে

ব্যৱহাৰ কৰিছিলোঁ। কাৰবাক লাগিলে, সেই শক-তাৰিখটোকে এই খিনিতে দিব পাৰোঁ। যথা—১৮৬৮ খৃষ্টাব্দ ; নবেম্বৰ মাহ। কিন্তু ইয়াৰ দ্বাৰাই কাৰ কি লাভ বা লোকছান হব কব নোৱাৰোঁ। এই পৃথিবীত মোৰ প্ৰদত্ত এই শকটোৰ দু-বছৰ নাইবা চাৰি বছৰ আগতে, নাইবা পিছতে, মই অম্লাসুৰ ধ্বংস কৰিবলৈ জনম লোৱাৰ বাতৰি শুনি, জানি, ভণি, তাৰ দ্বাৰাই এই মনুষ্য-লোকৰ কিবা হানি-বিঘিনি বা উপকাৰ অনুপকাৰ হব বুলি মোৰ মনে নধৰে।

আমাৰ ঘৰত যে কাৰো জন্ম-পত্ৰিকা বা সোঁৱৰণী কৰা নহৈছিল এনে নহয় ; বৰং এই ৰীতি নিখুতকৈ অৱলম্বন কৰা হৈছিল। মোৰো যে সোঁৱৰণী পূৰ্ব্বাপৰ প্ৰচলিত প্ৰথামতে পিতৃদেৱতাই কৰাইছিল, এইটোও নিঃসন্দেহৰূপে জানো ; আৰু সেই সোঁৱৰণী, ঘৰৰ আনবোৰ লৰা-ছোৱালীৰ সোঁৱৰণীৰ দৰে অতি যতনকৈ অতি সাৱধানে এটা টোপোলাৰ ভিতৰত বান্ধি থকা হৈছিল, এইটোও নিঃসন্দেহ ; কাৰণ সেই টোপোলাটো মই নিজ চকুৰে দেখিছিলোঁ। আমি লৰাবোৰে কিন্তু সেই টোপোলাটো সহজে ঘোটাঘুটি কৰিবলৈ নাপাইছিলোঁ, কাৰণ পিতৃদেৱতাৰ হুকুম নাছিল। কোৱা বাহুল্য যে পিতৃদেৱতাৰ প্ৰতি আমাৰ অশেষ ভয় আৰু ভক্তি আছিল ; সহজে কোনো এটা কথা লৈ তেওঁৰ কাষ চাপিবলৈ আমি ভয় কৰিছিলোঁ। তেওঁ যদি কোনো এটা কাম কৰিবলৈ আমাক হাক দিয়ে, সেই পিনে মুখকে নকৰিছিলোঁ। কোনো বিষয়ত তেওঁৰ অবাধ্য হোৱা বা তেওঁৰে সৈতে উত্তৰা-উত্তৰি কৰাটো আমাৰ সপোনৰ অগোচৰ আছিল। আমাৰ জীৱনৰ লেখ-বুজ থূপকৈ থোৱা সেই টোপোলাটো চুবলৈ আমাক সেউতাই মানা কৰিছে যেতিয়া,—বচ্! আমি তাৰ চিন্তা এক প্ৰকাৰ এৰিকে দিছিলোঁ ; যদিও এই খিনিতে কোৱা আৱশ্যক যে, আমাতকৈ বয়সে ডাঙৰ দুজন-এজনে লুকাই-চুৰকৈ কোনোকাচিৎ

সেই টোপোলাৰূপী জ্ঞান-বৃক্ষৰ ফল যে নাখাইছিল, আৰু সেই ফলৰ এচকল আদচকল সেই ফলভোক্তা জনৰ পৰা আমিও যে নেপাইছিলোঁ—এইটো আমি ন দি কব নোৱাৰোঁ।

১৮৮৬ খৃষ্টাব্দত শিৱসাগৰৰ গৱৰ্ণমেণ্ট হাইস্কুলৰ পৰা এণ্ট্ৰেঞ্চ পৰীক্ষাত উঠি মই কলিকতাত পঢ়িবলৈ আহিলোঁ। আৰু তাৰ দুবছৰৰ পিছত—১৮৮৮ খৃষ্টাব্দত এফ্-এ পৰীক্ষাত উঠিলোঁ যেতিয়া, তেতিয়া মই ভাবিলোঁ, মই আৰু আগৰ সেই “লৰাইতৰ” ভিতৰত নাই, ডাঙৰৰ শাৰীলৈ “প্ৰমোশ্যন” পাইছোঁ; এতেকে মোৰ অনেক দিনৰ আকাঙ্ক্ষা এতিয়া সহজে পূৰোৱাত আৰু কোনো বিঘিনি নঘটিব; ইয়াকে ভাবি মই কলিকতাৰ পৰা এবাৰ মোৰ সোৱঁৰণীখন খুজি দেউতালৈ চিঠি লেখিলোঁ। কিন্তু এফ্-এ পাছ মোৰ স্বৰাজ লাভ কৰিবৰ যোগ্যতাৰ বিষয়ে দেউতাৰ যদিও তেতিয়া আপত্তি নাছিল, তথাপি মোৰ দুৰদৃষ্টৰ গুণত মোৰ চিঠি পাই তেওঁ “ওলোটা বুজিলি ৰাম” হল। দেউতাই ভাবিলে মই মনে মনে বিলাতত পঢ়িবলৈ যাবলৈ কল্পি কৰিছোঁ, সেই দেখিহে এতিয়া মোক সোৱঁৰণী লগা হৈছে। গতিকে উত্তৰৰ মই দেউতাৰ পৰা সোৱঁৰণীৰ সলনি ডাবি আৰু বিলাত-যাত্ৰাৰ বিৰুদ্ধে অলঙ্ঘণীয় শপত পালোঁ। এইখিনিতে লাহেকৈ কৈ থওঁ যে যদিও এই সোৱঁৰণী-প্ৰাৰ্থনা-ব্যাপাৰৰ কালত মোৰ বিলাত-প্ৰয়াণৰ নিচিনা কোনো দুৰভিসন্ধি নাছিল, তথাপি যে কিছুকালৰ পিছত মোৰ মনত এনে এটা অদম্য আকাঙ্ক্ষা উদ্ভূত হোৱা নাছিল, আৰু সেই আকাঙ্ক্ষা পূৰ্ণ কৰিবলৈ চেষ্টা কৰাও নাছিলোঁ, মন খুলি এনেকৈ কব নোৱাৰোঁ। কিন্তু এইটোও কওঁ যে তেতিয়াও পিতৃদেৱতাৰ অলঙ্ঘণীয় শপতে মোৰ সেই দুৰ্দান্ত আকাঙ্ক্ষাৰ উচ্ছ্ৰিত মকত চড়ি কেশত ধৰি তাৰ ঘণ্টা নাড়ি” পিতৃ ভক্তিৰূপ জগতৰ ভৰ দি তাক মাৰি মোৰ মন-সমস্তাত পেলাই চোচোৱাই লৈ

ফুৰাবলৈ নেৰিছিল। পিতৃদেৱতা ঢুকুৱাৰ পিছত, প্ৰপিতামহ পিতামহ দেৱতা সকলৰ দিনৰে পৰা সংগৃহীত আৰু পিতৃদেৱতাৰ দ্বাৰাই অতি যত্নেৰে পৰিবৰ্দ্ধিত, আমাৰ ঘৰৰ মূল্যবান্ অসংখ্য পুৰণি পুথিবোৰেৰে সৈতে সেই সোঁৱৰণীৰ টোপোলাটো কলৈ গল, আজিলৈকে মই নাজানো। ইত্যাদি কাৰণত, মোৰ জন্ম-শকৰ সম্পৰ্কে মোৰ এই অজ্ঞতাৰ ইতিবৃত্ত, আৰু স্বেচ্ছাপ্ৰদত্ত কৈফিয়ৎ, যদি কোনোবাই বিচাৰে, সেই জনৰ সন্তোষৰ নিমিত্তে এইখিনি দিয়া গল; নতুবা ই অনাবশ্যক আৰু অবাস্তৱ মাথোন।

**মোৰ জন্মস্থান**—কত সেই Important অৰ্থাৎ সাকৰা ঘটনা ঘটিছিল, মই থিৰাংকৈ কব নোৱাৰোঁ। জীৱিত সকলৰ ভিতৰত কোনোৱে কব পাৰে বুলিও মই বিশ্বাস নকৰোঁ। ইয়াৰ কাৰণটো কি, অৱশ্যে মই কবলৈ বাধ্য। মোৰ জন্ম-বিবৰণ যিটো মোৰ শ্ৰুতি-গোচৰ হৈছিল, সেইটো নিম্নলিখিত প্ৰকাৰ—

৺পিতৃদেৱতা মুন্সেফ কামত নগাঁৱৰ পৰা বৰপেটালৈ বদলি হৈ নাৱেৰে গৈছিল। সেই কালত আসামত আজি কালিৰ নিচিনা জাহাজ চলাচল যে নাছিল, সেইটো কোৱাই বাহুল্য। তাঁহতঙুৰি নামেৰে এডোখৰ ঠাইৰ বালিত গধূলি নাও বন্ধা হল। ৺মাতৃদেৱীয়ে বালিত আঁৰ-কাপোৰৰ ভিতৰত ভাত বান্ধিবলৈ সোমাইছিল, এনেতে তেওঁৰ গা বেয়া কৰাত, তেওঁ ভাত বান্ধিবলৈ এৰি, নাৱৰ কুঠিলৈ আহিল, আৰু আজিৰ এই জীৱন-সোঁৱৰণ-লেখক তেতিয়াৰ কোনো এক শুভ মুহূৰ্ত্তত ভূমিষ্ঠ নহৈ নৌকাস্থ হল। শুনিছিলোঁ, সেইদিনা হেনো পূৰ্ণিমা আৰু ৺লক্ষ্মীপূজা আছিল; সেই দেখিয়েই এই লেখকৰ নাম পিছত লক্ষ্মীনাথ ৰখা হৈছিল। বিবৰণটোৰ গঢ়-গতি এই। তাঁহতঙুৰিৰ কাষৰ ব্ৰহ্মপুত্ৰৰ, সেই ভাত বন্ধা বালি কেতিয়া তল গল, সেই বালিৰ গৰা, সেই চাপৰি খহাই শান্তনুকুল-নন্দন অমোঘ-গৰ্ভসম্ভূত

লৌহিত্যই আকৌ কেতিয়া তাক কত পাতিলে, মোৰ ভাৱ-সহোতা ব্ৰহ্মপুত্ৰৰ সেই চলন্তা পানী কলৈ বৈ গল, কাঠৰ সেই নাওখন মোৰ জন্ম-কুম্ভিটিৰে সৈতে কেতিয়া কত পচি ভাগি-ছিগি কোন পঞ্চভূতত বিলীন হল, কোনে জানে, কোনে কব পাৰে? হয়তো ব্ৰহ্মপুত্ৰৰ সেই চলন্তা পানী সাগৰত পৰি, কালক্ৰমত উভি আকাশলৈ উঠি, ডাৱৰ হৈ বতাহৰ কোবত আকৌ আহি ব্ৰহ্মপুত্ৰত বৰষুণৰূপে পৰি বৈ গৈ আকৌ সমুদ্ৰত পৰি, আকৌ কতবাৰ সেই পৰিবৰ্ত্তনৰ খেল খেলিছে, আৰু হয়তো তাৰে এটোপা গোটাদেক কৃষ্ণবৰ্ণ দ্ৰব্যৰে সৈতে মিশ্ৰিত হৈ আজি এই লেখকৰ মৈলামত সোমাই কাপৰ আগেদি ওলাই আহি এই তুলাপাতত লেখকৰ জীৱন-সোঁৱৰণ লেখাৰ সহায়ক হৈ পৰিছে, কোনে জানে, কোনে কব পাৰে?

আমাৰ আসামত লৰা উপজিলে উৰুলি দিয়ে, শঙ্খ ঘণ্টা বজায়, বৰ-কাঁহ কোবায়; ছোৱালী উপজিলে ঢেকি কোবায়, কুলা বজায়। প্ৰবসুৱা বালিৰ ওপৰত মোৰ জন্মোৎসব উপলক্ষে কোনে কি কৰিছিল, কব নোৱাৰোঁ; কিন্তু মোৰ এজন ককাইদেৱে হেনো "আজিৰ পৰা আমি পাঁচোটো হলো" এই বুলি আনন্দত টিকা চপৰিয়াই চপৰিয়াই বালিৰ ওপৰত দেওপাৰি নাচি ফুৰিছিল, এইটো হলে মই ডাঙৰ হলত শুনিছিলোঁ।

**বৰপেটাত** পিতৃদেৱতা মুন্সেফ হৈ তিনি বছৰমান আছিল। বৰপেটাৰ স্মৃতিৰ ভিতৰত মোৰ মাথোন চাইটা কথা ধুঁৱলিকুঁৱলীকৈ মনত আছে:—

১মটো।—বৰপেটাত বাৰিষা বছৰি নৈৰ পানীৰ ঢলে ছহৰখন প্ৰায় তল নিয়ায়। এবাৰ তেনেকুৱা ঢলত আমাৰ ঘৰৰ চোতালতো একাঠুৱা পানী হৈছিল; আৰু সেই পানীত নামি মই মোৰ লগৰীয়া ভাগিন আৰু ককাইদেও সকলেৰে সৈতে ওৰে দিনটো খেদাখেদাই

আছিলোঁ। সেই কথা গধূলি দেউতাই কাছাৰীৰ পৰা আহি শুনি তেওঁলোকক আৰু মোকো ধৰি চেকনিৰে কোবাইছিল।

২য়টো।—তেনেকুৱা বৰপানীত কৰবালৈ দেউতাৰে সৈতে আমি নাৱেৰে যাওঁতে দেখিছিলোঁ,—কিছুমান বনৰীয়া মহ সাতুৰি গৈছিল, আৰু দূৰৈৰ পৰা সিহঁতৰ কলা শিংবোৰ মাথোন দেখা গৈছিল।

৩য়টো।—দেউতাৰে সৈতে সততে আমি বৰপেটাৰ ৺কীৰ্ত্তন-ঘৰলৈ গৈছিলোঁ। কীৰ্ত্তন-ঘৰৰ বৰ-খুটা, বৰ-গছা, আৰু কাঠিত অৰ্থাৎ বহল পিৰালিত বহি, বুঢ়ী ভকতনী সকলে নাম গোৱা দেখিছিলোঁ। কীৰ্ত্তন-ঘৰৰ বিষয়ে এই তিনটা কথাৰ সাঁচ আজিলৈকে মোৰ মনত পৰি আছে।

৪ৰ্থটো।—সত্ৰৰ হাটীত বৰবহাৰ আতৈৰ বহাৰ ভিতৰত হাতী-খুজীয়া বাটীত মহৰ এঠা দৈ-গাখীৰ আৰু এথামোচ গুৰেৰে সৈতে সুন্দৰকৈ কোমলা বোকা-চাউল বা কোমল-চাউলৰ জলপান খাইছিলোঁ।

বৰপেটাৰ পৰা পিতৃদেৱতা তেজপুৰলৈ বদলি হৈ আহে; আৰু লগে লগে তেওঁৰ উপসৰ্গ আৰু প্ৰত্যয় সকলোবোৰ যায়। নাৱেদি আহোঁতে বাটত দেউতাই আঙুলিয়াই আমাক দেখুৱা মনত আছে,—"সৌটো হাতীমুৰা পৰ্ব্বত! সৌটো পোৱা পৰ্ব্বত! সৌটো শিঙৰি-পৰ্ব্বত!" ইত্যাদি।

মনত আছে,—এদিন আমাৰ নাও পৰ্ব্বত এটাৰ কাষেদি উজাই আহোঁতে দেখিবলৈ পোৱা গল যে এজনী মাইকী পহু নৈৰ পাৰৰ জুৰ্লিত মৰি পৰি আছে। নাও ওচৰ চাপিলত, পহুজনী মাৱৰীয়াহতে টানি আনি নাৱৰ আগ-চৰঠত তুলিলে। দেখি অনুমান হল, অলপমান বেলিৰ আগতে বাঘে পহুজনী মাৰিছিল; কাৰণ বাঘৰ কামোৰৰ ন সাঁচ তাইৰ গাত জাজ্জ্বল্যমান, আৰু তাৰ পৰা তেতিয়াও তেজ টোপাটোপে বৈ আছিল। বোধকৰোঁ, পৰ্ব্বতৰ গাত বাঘে পহুজনী

ধৰিছিল, আৰু দুয়ো দৰবাদৰবিকৈ বাগৰি আহি পানীৰ জুৰঁলিত পৰিছিল ; এনেতে আমাৰ নাও অহা দেখি বাঘটো আঁতৰি গল। যি হওক, আমাৰ নাৱৰ নাৱৰীয়াহঁতৰ আৰু লগুৱাকেইটাৰ মহা আনন্দ মিলিল যে সিহঁতে গোট পহু এটা পাইছে, হেঁপাহ পলুৱাই পেট ভৰাব খাব। আমি লৰাবোৰৰ মনতো যে তেনেকুৱা ভাবৰ সঞ্চাৰ নহৈছিল এনে নহয় ; কিন্তু নাৱৰীয়া আৰু লগুৱাহঁতৰ অভিলাষ পূৰ্ণ হল, আমাৰ নহল ; কাৰণ পহু মাইকী, সেই দেখি দেউতায়ো নাখালে, আৰু আমাকো খাবলৈ নিদিলে। বালকবৃন্দৰ মৃগ-মাংস ভোজনৰ প্ৰবল প্ৰবৃত্তি এইদৰে পৰাভূত হল। জীবিত অবলা জাতীয় প্ৰাণীৰ প্ৰবল শক্তিৰ কথাই নাই, মৃত অবলাও কেনে প্ৰবলা সেইটোৰ প্ৰমাণ আমি হাতে হাতে পালোঁ।

তেজপুৰলৈ আহি আমি কত উঠিছিলোঁ, কাৰ ঘৰত আছিলোঁ, আৰু কেতিয়া নিজৰ স্বকীয়া ঘৰলৈ গলোঁহঁক, মোৰ একো মনত নাই। মাথোন তেজপুৰৰ পৰ্ব্বতৰ ওখ চাপৰ টিলাবোৰ, আৰু বঙা বাট-পথবোৰ দেখি মোৰ মনত নথৈ যে ৰং লাগিছিল, সেইটোহে মনত আছে। তেজপুৰৰ আৰু গোটাচেৰেক কথা মনত আছে ; যথা— (১) আমাৰ ঘৰৰ কাষতে মুকলি ঠাই এডোখৰত সুন্দৰ সুগন্ধ ফুলেৰে ভৰি থকা ঢেপাইতিতাৰ সক সক গছবোৰ (২) দেউতাৰে সৈতে আমি নিকামল সত্ৰলৈ যোৱা। (৩) তেজপুৰত এখন কুমাৰ-গাওঁ আছিল ; কুমাৰবোৰ সততে আমাৰ ঘৰলৈ আহিছিল, আৰু সিহঁতে সদায় আমাক মাটিৰ জুনুকা আৰু ভুককা উমলিবলৈ দিছিল। (৪) তেজপুৰতে মোৰ ভাই লক্ষ্মণৰ জন্ম হৈছিল ; আৰু লক্ষ্মণ ওপজাৰ দিন-চেৰেকৰ পিছতে আমাৰ আহিনী নামৰ বান্দীজনীৰ লৰা এটা হৈছিল। আৰু মনত আছে, লক্ষ্মণক বিলাতী 'পিৰেম্বুলেটৰ' গাড়ীত তুলি ফুৰাবলৈ নিয়া দেখি আহিনীৰ পুতেক চৌ-বাঘে সেই গাড়ীত

উঠিবলৈ বৰকৈ কান্দিছিল ; সেইবাবে দেউতাই বাটে এটা মতাই আনি তাৰ হতুৱাই কাঠৰ ঘিলা দিয়াই কাঠৰ সৰু মুকলি পেৰা এটাৰ গাড়ী এখন সজাই টৌ-ৰামকো তাত উঠি ফুৰাবলৈ দিহা কৰাই দিছিল ; আৰু গাড়ীত উঠি টৌ-ৰামৰ যি মহানন্দ হৈছিল, সেইটো দেখি দেউতাই মহানন্দ পাইছিল।

আমাক ফুৰাব-মেলিবলৈ আৰু সততে আমাৰ তত্ত্বাৱধান কৰিবলৈ আমাৰ দূৰ-সম্পৰ্কীয় ককা এজন আছিল, তেওঁৰ নাম ৰবিনাথ মাজুদলৰ বৰুৱা। তেওঁৰ ঘৰ যোৰহাটৰ পকামূৰা মৌজাত। তেওঁ যদিও সম্পৰ্কত আমাৰ ককা, কিন্তু বয়সত আমাৰ দেউতাতকৈ অনেক সৰু। তেওঁ আমাৰ ধেমালিৰ লগৰীয়া, কাষ্যৰ অভিভাবক, সাধুকথাৰ কুকি, আৰু মহাভাৰত ৰামায়ণ আদি পুৰাণৰ গল্পৰ টোপোলা আছিল। তেওঁ আমাক গধূলি পুৰাণ, মহাভাৰত, ৰামায়ণ আদিৰ পৰা ভাল ভাল উপাখ্যান সাধুকথাৰ গঢ়েৰে এনে মন-মোহাকৈ বৰ্ণাই কৈছিল, যে আমি শুনি পৰমানন্দ লভি ভোঁ হৈ থাকোঁহঁক। পুৰাণৰ কাহিনীৰ বাহিৰেও ককাই আমাক ৰজা, প্ৰজা, ভূত, প্ৰেত আদিৰ সাধুও কৈ আমোদ আৰু ভয় প্ৰদান কৰিছিল। আমি কান্দিলে, তেওঁ "বৰ-বুঢ়া" "মাজু-বুঢ়া" আৰু "সৰু-বুঢ়া" এই তিনি বুঢ়াৰ সাধুত এনে ৰহন সানি ভয়ঙ্কৰকৈ কৈছিল যে আমি শুনি কন্দা এৰি ভয়তে টেপা খাইছিলোঁহঁক। এদিন আলিবাটেদি যোৱা এটা অদ্ভুত গঢেৰে কাপোৰ পিন্ধা দঢ়ীয়া বুঢ়া মানুহ দেখি তেওঁ আমাক মাতিলে "লৰাহঁত ! চাহঁকচোন, সৌটো মাজু-বুঢ়া যাব লাগিছে !" আমি লৰি গৈ "মাজু-বুঢ়াক" সোঁ-শৰীৰেৰে যোৱা দেখা পাই এনে ভয় খাইছিলোঁ, যে আমি কন্দা-কটা, দেওপৰা আৰু দুষ্টালিৰে সৈতে এমাহমানলৈকে সম্পৰ্ক পৰিত্যাগ কৰিছিলোঁহঁক ; আৰু আমাক ধৰি নিবলৈ "মাজু-বুঢ়াক" যেন তেওঁ আৰু নকয়, আমি আৰু কেতিয়াও নাকান্দো, দুষ্টালি নকৰো, এই কথা

দঢ়াই দঢ়াই কৈ ককাক কাবৌ কৰিছিলোঁ। আমাৰ সৰ্ব্বতোভাৱে এনে পৰাজয় আৰু নিজৰ জয় ককাই সম্পূৰ্ণৰূপে উপভোগ কৰিছিল। কিন্তু পৰাজয়ৰ হীনতাৰ ভাব আমাৰ মনত সৰহ দিন স্থায়ী হোৱা নাছিল, আৰু হোৱাটো সম্ভৱো নহয়। অচিৰতে আমাৰ বাঢ়োতা কুমলীয়া মনৰ পচোৱাত মাজু-বুঢ়া-ব্যাপাৰৰ বিভীষিকা কৰবালৈ উৰি গল। ককাই মাজু-বুঢ়া আহিছে বুলিলেই আমি মাজু-বুঢ়াক সাং কৰিবলৈ লাখুটি-জোকৰা হৈ উঠিলোঁ।

সুবিধা পালেই আমি ককাক জোকাবলৈ নেৰিছিলোঁ। আমি বালকবৃন্দই এদিন তেওঁৰ মূৰত ডুডাল কি এডাল পকা-চুলি আবিষ্কাৰ কৰিলোঁহঁক। একে জাপেই তেওঁৰ কাষৰ পৰা আঁতৰি আমি দল বান্ধি হাত-চাপৰি বাই নাচি গাবলৈ ধৰিলোঁ—"ককা বুঢ়া হল! ককা বুঢ়া হল!" যদিও ককাই ততালিকে আমাৰ হতুৱাই পকাচুলিকেই ডাল নিৰ্ম্মূল কৰোৱালে, তথাপি সেইদিনাৰ পৰা আমি দূৰৰ পৰা এটা ফকৰা মাতি তেওঁক জোকাই তেওঁৰ খং তুলিবলৈ আৰু তেওঁক আমাৰ ফালে চোচা-লোৱা দেখি গিজ্জনি মাৰি হাঁহি ফিৰিঙটি ভগাদি ভাগি পলাই পত্ৰং দিবলৈ নাপাহৰিছিলোঁ। ককাক আমনি কৰা ফকৰাটো আমি লৰাবোৰৰ ভিতৰৰ কাৰো দ্বাৰাই বিৰচিত নহয়, কাৰণ তেনে ৰচনা সেই বয়সত আমাৰ দ্বাৰাই ৰচিত হোৱাটো সম্ভৱ নাছিল। ককাৰ মূৰত পকাচুলিৰ আকস্মিক আবিৰ্ভাৱৰ বাতৰি আমাৰ পৰা অৱগত হৈ ককাৰ কোন বিপক্ষদলৰ কোন প্ৰতিভাশালী ৰসিকে ককাৰ পকাচুলিৰ বিৰুদ্ধে সেইটো ৰচনা কৰি আমাক শিকাই দিছিল মোৰ মনত নাই; কিন্তু ককাৰ খং তুলি ৰং চাবৰ সপক্ষে এনে ব্ৰহ্মাস্ত্ৰ আমাৰ হাতত আৰু আন এটা নাছিল।

ককাক দেউতাই নাম কাঢ়ি নামাতি মাজুদলৰ ৰকৰা বুলি মাতিছিল। তেওঁ লোকৰ ঘৰে ৰজা-ঘৰৰ পৰা সেই বিষয় পাইছিল।

দেউতাৰ গোসাঁইঘৰত মূৰ্ত্তি আৰু শালগ্ৰাম পূজা কৰাৰ বাব ককাৰ গাত আছিল; আৰু আমাৰ নাম-প্ৰসঙ্গৰ অন্তত দেউতাকে প্ৰমুখ্য কৰি আমাক সকলোকে দীঘলীয়া আশীৰ্ব্বাদ মাতি আশীৰ্ব্বাদ কৰিবৰ বাবটোও তেওঁৰ গাত আছিল। ককাৰ আশীৰ্ব্বাদৰ দীঘলীয়া গৎ আজিলৈকে মোৰ মনত আছে।

ককা পুৱাই সোনকালে শোৱাপাটীৰ পৰা উঠিব নোৱাৰিছিল; অথচ আমাৰ পিতৃদেৱতা early riser, ব্ৰহ্ম মুহূৰ্ত্ততে দেউতাই শয্যা ত্যাগ কৰিছিল। কাকো বেলিকৈ শুই থকা দেখিলে দেউতা বৰ অসন্তুষ্ট হৈছিল। বেলিকৈ শুই থকা ককাক সেই দেখি দেউতাই ডাবি হকি দি শোৱাপাটীৰ পৰা তোলাটো দেউতাৰ নিত্যকৰ্ম্মৰ দৰে হৈ পৰিছিল। সেই সময়ত ককাৰ প্ৰতি দেউতাৰ সম্বোধনবোৰ আছিল—"টোপনি-গধুৰ!" "গা-গধুৰ!" ইত্যাদি। ককা কিন্তু নিদ্ৰাসুখত অটল স্বভাবৰ আছিল। তেওঁ ডাবিও খাইছিল, মুখেৰে একাষাৰ কথাও নেমাতিছিল, আৰু লগে লগে "টোপনিৰ চিকুন পুৱা" এই বিচক্ষণ বচনৰ সাৰ্থকতা সম্পূৰ্ণৰূপে উপলব্ধি কৰি পুৱাৰ নিদ্ৰা-সুখ যোল অনা উপভোগ কৰিবলৈকো নেৰিছিল। গতিকে দেউতা আৰু ককাৰ ভিতৰত এই প্ৰাত্যহিক প্ৰাতযুৰ্দ্ধটো আমাৰ এটা উপভোগৰ বস্তু হৈ উঠিছিল।

আমি সকলোৱে দেউতাৰে সৈতে একে মজিয়াতে বহি ভাত খোৱা নিয়ম আছিল। আমাৰ ঘৰত ভাত খোৱা মজিয়াখনো সৰু-সুৰা নাছিল, তাত কুৰি-পঁচিশ জনে নিৰ্ব্বিবাদে শাৰী পাতি চাৰি-উফালে বহি ভাত খাব পাৰে, আৰু সেইদৰে নিতৌ খোৱাও হৈছিল। দেউতা পূবফালে পশ্চিম-মুৱা হৈ বহিছিল। আন খাবৈয়াসকল উত্তৰে দক্ষিণে পশ্চিমে পৰস্পৰ মুখামুখি কৰি বহিছিল। বেঢ়াৰ ওপৰত খোৱা ডাঙৰ কাঁহীত দেউতাই ভাত খাইছিল, আৰু সেই

কাঁহীৰ চাৰিউকাষে তিনি চাৰিখন আঞ্জাৰ বাটী আৰু ওচৰতে গাখীৰৰ বান-বাটী সজাই দিয়া হৈছিল। বেঢ়া-কাঁহীত ভাত খাবলৈ বহিবলৈ খুৰা-দিয়া বৰ-পিৰা, ওচৰত মুখ ধুবলৈ বৰ চৰিয়া, আৰু খৰিকা লবলৈ খৰিকা-দানিত একোছা ভালকৈ কটা খৰিকা থোৱা হৈছিল। বাকী সকলৰ কাঁহী-বাটী মজিয়াৰ মাটিৰ ওপৰত দিয়া হৈছিল। সভাত সভাপতিৰ যি কাম, মজিয়াৰ সভাত দেউতাৰো প্ৰায় তেনেকুৱাই কাম আছিল। মজিয়াত হোৱা গম্ভীৰ গঢ়ৰ কথা বাৰ্ত্তাত দেউতাৰ সমালোচনা আৰু শেষ সিদ্ধান্ত গ্ৰহণীয়া। সেই মজিয়াৰ সভাত আমাৰ ককা ৰবিনাথ বৰুৱা এজন সৰ্ব্ববাদীসম্মত সংবাদদাতা আৰু সুযোগ্য বক্তা। দেউতাৰ অনুপস্থিতিত ওৰে দিনটো ঘৰে বাহিৰে সংঘটিত কাৰ্য্য-কলাপবোৰৰ সংক্ষিপ্ত বা বাহুল্য বিবৰণ ককাৰ অভিৰুচিমতে ককাই সেই সভাত দেউতাৰ আগত "পেচ" কৰিছিল। আমিতো লৰাৰ দলে ওৰে দিনটো চট্‌ফটাই লৰি-ঢাপৰি, হাঁহি খিকিন্দালি মাৰি ফুৰোঁৱেই; আৰু দেউতা কছাৰীলৈ যোৱা ডোখৰ কাল আমাৰ ৰাম-ৰাজ্য, তেতিয়া তাৰ মাত্ৰা স্বভাৱতে চৰেই। ককাই প্ৰায় আমাৰ বাল্যক্ৰীড়াৰ ৰসভঙ্গ কৰি আমাক ভয়ুৱায় "ৰ, আজি ডাঙৰীয়া আহিলে কৈ দিম।" বালক-সুলভ চপলতাৰ বশবৰ্ত্তী হৈ আমি অনেক সময়ত ককাৰ গুৰু-গম্ভীৰ গৰ্জ্জন কাণৰ বিদ্ধাত সোমাবলৈ নিদিও, আৰু অনেক সময়ত, ককাই খাই-বৈ দুপৰীয়া শোওঁতে তেওঁৰ গা পিটিকি দি, নাইবা পিঠিৰ ঘামচি মাৰি দি, সেই সেৱা-শুশ্ৰূষাৰ ভেটীৰে তেওঁক শান্ত কৰি আগন্তুক বিপদৰ হাত সাৰোঁ। কিন্তু একো একো দিন আমাৰ দুৰদৃষ্টৰ ফলত এনেকুৱা শান্তিপ্ৰদ ভেটীয়েও ককাক শান্ত কৰিব নোৱাৰে; তেওঁ বালক আচামীবোৰৰ পৰা অসঙ্কুচিত চিত্তে ভেটীও খায়, আৰু নিমখ্‌হাৰামী কৰি আচামীৰ বিপক্ষে সাক্ষিও দিয়ে। ফলত, দোষৰ গুৰুত্ব লঘুত্ব অনুসাৰে দেউতাৰ পৰা আমাৰ দণ্ড লাভ

হয়। আমাৰ দায়-দোষৰ বৃত্তান্ত মজিয়াৰ সভাত দেউতাৰ আগত “পেচ” কৰাৰ আগতে ককাৰ গাত কিছুমান পূৰ্ব্বলক্ষণ প্ৰকাশিত হয়। সেই পূৰ্ব্বলক্ষণবোৰ তেওঁৰ গাত এনেকৈ ফুটি ওলায়, যে আমাৰ তীক্ষ্ণ দৃষ্টিৰ অগোচৰ হোৱাটো এক প্ৰকাৰ অসম্ভৱ। ককাক এনে লক্ষণাক্ৰান্ত দেখিলেই আমাৰ “আহাবানন্দ” টুটি গৈ মন চুটি হৈ পৰে। ককাৰ মূৰটো যদিও খুৰুৱা, তথাপি মাজৰ চুলিকোছাৰ দখলত থকা ঠাইৰ ক্ষেত্ৰফল বা কালি খুৰুৱা ডোখৰৰ ক্ষেত্ৰফলতকৈ কোনোমতে ন্যূন নাছিল। তেওঁৰ দীঘল চুলিকোছাৰ আগত টিকনিৰ যিটো থোপোৰা গাঁঠি আছিল, সেইটোও পৰিমৰা বিধৰ নাছিল। ভূইকঁপৰ আগতে যেনেকৈ প্ৰকৃতিৰ এটা গম্‌গমীয়া আকৃতি দেখা যায়, আমাৰ বিৰুদ্ধে মোকদ্দমা “ৰুজু” কৰিবৰ আগতে ককাৰো তেনে এটা আকৃতি পৰিলক্ষিত হয়। মুহূৰ্ত্ততে তেওঁৰ গলধনত, সুগন্ধ ফুল আৰু তুলসীৰ নিৰ্ম্মালিৰে বিভূষিত হৈ মহাসুখে পৰি থকা চুলিৰ অগ্ৰবিলম্বিত গাঁঠিয়ে উগ্ৰমূৰ্ত্তি ধৰি ককাৰ হাতৰ সহায়েৰে তেওঁৰ ব্ৰহ্ম তালুৰ ওপৰত উঠে, আৰু আমাৰ প্ৰতি বিৰুদ্ধ ভাব প্ৰদৰ্শন কৰি নিৰ্ম্মমভাৱে ফেৰ পাতে। এনে Signal অৰ্থাৎ সাঙ্কেতিক চিহ্নই আমাক কবলৈ আৰু বাকী নাৰাখে যে “লৰাহঁত! আজি তহঁতৰ ফালে পতং!” আমাৰ বিৰুদ্ধে ককাৰ যুদ্ধযাত্ৰাৰ এইটো প্ৰথম Stage বা অৱস্থা। দ্বিতীয় অৱস্থাটোক বজ্ৰপাতৰ আগতে বিজুলীয়ে চমক মৰাৰে সৈতে বিজাব পাৰি। তেওঁ আমাৰ ফালে চাই মূৰ ঢুপিয়ায় আৰু দুই তিনটা মিচিকীয়া হাঁহি মাৰে। তৃতীয় অৱস্থা—ইয়াৰ পিছতে দেউতাৰ প্ৰশ্ন, “কি হৈছিল?” চতুৰ্থ অৱস্থা—“আজি লক্ষ্মীনাথে...” ইত্যাদি অভিযোগ। পঞ্চম ষ্টেজ বা Conclusion অৰ্থাৎ সামৰণি:—দেউতাৰ হাতত সেই দিনাই বা পিছদিনা আমাৰ লাঞ্ছনা। যি হওক, এইটো কোৱা উচিত যে তথাপি আমি লৰাবোৰে ককাক প্ৰাণ-ভৰি ভাল পাইছিলোঁহক।

কাৰণ, ককা আমাৰ ককা, আমাৰ ককা আমাৰ ধেমালিৰ লগৰীয়া, আৰু সাধুকথাৰ ডাঙৰ থুনপাক। এটা মহৎ গুণ ককাৰ গাত আছিল; তেওঁৰ অন্তৰটো বৰ কোমল। আমাৰ উন্তুগুলিৰ বাবে দেউতাৰ হাতত মাৰ খুৱাবৰ গুৰি যদিও তেৱেঁই হয়, কিন্তু দেউতাই আমাক একোব দুকোব লগাওঁতেই তেৱেঁই আকৌ আমাৰ ওপৰতে পৰি আমাক মাৰৰ হাতৰ পৰা ৰক্ষা কৰে।

সেইডোখৰ কালত ককাৰ বয়স ৩৫ অৰ কম আৰু ৪০ অৰ ওপৰ নাছিল। কিন্তু তেতিয়াও তেওঁ অবিবাহিত। আমি যতদূৰ জানো, আগৰ দিনত অসমীয়াৰ ভিতৰত মতা মানুহে কম বয়সত বিয়া কৰোৱা দস্তুৰটো নাছিল বুলিলেই হয়। ডেকা ত্ৰিশ-পঁয়ত্ৰিশ বছৰীয়া হৈ উপাৰ্জ্জনক্ষম হলেহে তেওঁৰ বিয়াৰ চেষ্টা কৰা হৈছিল। কিন্তু কি দুখৰ বিষয় আজি কালি বঙ্গদেশৰ চোৱে কোবোৱা বাবেই হওক নাইবা অসমীয়া ভদ্ৰসমাজৰ অৱস্থাৰ কোনো কাৰণত, পৰিবৰ্ত্তন ঘটাৰ বাবেই হওঁক, সেই পুৰণি healthy সুস্থ প্ৰথা কমি আহি তাৰ ঠাই বঙ্গদেশৰ নিচিনা, শহুৰ-শাহুৰ পৰা ধন লৈ কম বয়সত বিয়া কৰোৱা ( early marriage ) ঘৃণিত প্ৰথাই অধিকাৰ কৰি আহিছে! অসমীয়াৰ ঘৰত বঙালীৰ সাৰীৰ আক্ৰমণৰ উপদ্ৰৱৰ নিচিনা ইও এটা আধি-ভৌতিক উপদ্ৰৱ মাথোন। আই আসাম! তুমি এই উপদ্ৰৱৰ প্ৰতিৰোধ কৰিব নোৱাৰা নে? নিশ্চয় পাৰিবা। এই উপদ্ৰৱ তোমাৰ ক্ষন্তেকীয়া আত্ম-বিস্মৃতিৰ ফল মাথোন!

তেজপুৰতে এঘৰ দুখীয়া ব্ৰাহ্মণৰ ছোৱালী এজনীৰে সৈতে দেউতাই ককাৰ বিয়া পাতে। বিয়াৰ দিনাৰে পৰা ককাৰ পত্নী আমাৰ ঘৰতে থাকি ডাঙৰ দীঘল হয়। আমাৰ চুটিমুটি বুঢ়ী আইক পাই আমাৰ মন আনন্দেৰে উপচি পৰিল। বুঢ়ীআয়ো সততে আমাৰ ধেমালিৰ লগৰিয়ানী হল।

# দ্বিতীয় অধ্যায়।

## —লক্ষ্মীম্‌পুৰ—

তেজপুৰৰ পৰা পিতৃদেৱতা লক্ষীম্‌পুৰলৈ বদলি হল ; আৰু আমি ছাবোৰে লগে লগে লক্ষীম্‌পুৰ পালোহি। আহিয়েই আমি কাৰ ঘৰত উঠিছিলোঁ, মনত নাই ; কিন্তু দেউতাই দহ-বাৰ দিনৰ ভিতৰতে টোল, ঢাপ, টাটী, চকোৰাৰে সম্পূর্ণ কৰি সজোৱা আহল বহল ন ঘৰলৈ যোৱাটো মনত আছে। আৰু মনত আছে—ন ঘৰ লোৱাৰ দিনা হোৱা নাম-প্রসঙ্গ পূজা-সেৱাৰ উৎসৱৰ আহল-বহল উছাহটো।

আমাৰ ঘৰৰ ওচৰতে সিদ্ধেশ্বৰ নামৰ সোণাৰি এজনৰ ঘৰ আছিল। তেওঁ সোণ-ৰূপৰ অলঙ্কাৰ গঢ়া কাম কৰিছিল দেখি সকলোৱে তেওঁক সিধাই সোণাৰি বুলিছিল। যেতিয়াই সুবিধা পাইছিলোঁ, আমি সিধাই সোণাৰিৰ সোণাৰি শাললৈ শুভাগমন কৰি তাত বহি একান্ত মনে, তেওঁ কেনেকৈ সোণ ৰূপ মহীত দি ছাগলী ছালৰ ভাতিৰে ফোচ্‌ ফাচ্‌ কৈ বতাহ দি গলাই লৈ নমাই চেচা পানীৰ চকত জুবুৰিয়াই অলপ টান কৰি নিয়াৰিৰ ওপৰত থৈ হাতুৰিৰে কোবাই কোনো এবিধ অলঙ্কাৰ বা আন বস্তু গঢ়িছিল, সেইবোৰ অতি মন-যোগেৰে সৈতে নিৰীক্ষণ কৰি কৌতূহল চৰিতার্থ কৰিছিলোঁ। সিধায়ে কেক মণি আৰু খাকত কেনেকৈ বাখৰ পতাইছিল, কেনেকৈ মিনা কৰিছিল, ৰঙা, নীলা আৰু কলপতীয়া কাচৰ মণি ভাঙি তাৰ একোটুকুৰা সঁচা বাখৰৰ শাৰীত, ধৰিব নোৱাৰাকৈ কেনেকৈ বহুৱাইছিল, ইত্যাদি কার্য্য আমি ইমান আগ্রহেৰে লক্ষ্য কৰি আমোদ পাইছিলোঁ যে অনেক সময়ত উৎসাহৰ সোঁতত মগ্ন হৈ ভাতীত হাত লগাই সোণাৰিক সহায় কৰি নিজক কৃতার্থ মানিছিলোঁ। একো একো দিন মই মাত্

দেৱীক কুতুৰি কুতুৰি খুজি একোটা ডবল পয়ছা লৈ গৈ তাৰে সোণাৰিৰ হতুৰাই একুটি সৰু খুৰি-বাটী সজাই লৈছিলোঁ, আৰু সেই খুৰিত মোৰ কোমল মনৰ মৰম এখুৰিকৈ ভৰাই আপুৰুগীয়াকৈ সাঁচি থৈছিলোঁ। মনত আছে, এই সোণাৰিৰ হতুৰায়ে দেউতাই আইলৈ ১২০০৲ টকা বেচৰ এজোৰ সুন্দৰ বাখৰ পতোৱা খাৰু গঢ়াই লৈছিল। সোণাৰি শালত সেই খাৰু বোধনৰ দিনাৰে পৰা বিসৰ্জ্জনৰ দিনালৈকে তাৰ সকলো অৱস্থা মোৰ সাগ্ৰহ আৰু সকৌতুক নিৰীক্ষণৰ বিষয় হৈছিল। সিধাই সোণাৰিৰ জয়া নামেৰে সোণাৰি-গঢ়ী দিপ্‌লিপ্‌ ছোৱালী এজনী আছিল। মোক কোনে কৈ দিছিল কব নোৱাৰো, অনেক দিনলৈকে মোৰ মনৰ এচুকত এটা ধাৰণাই ঠাই পাইছিল, যে সেই ধুনীয়া ছোৱালীটি সিধায়ে নিজৰ সোণাৰি-শালতে গঢ়ি উলিয়াইছিল। জয়া আমাৰ ওমলাৰ লগৰীয়া হৈছিল; কিন্তু সততে নহয়, ঢকাচমকাকৈহে।

দুৰ্গেশ্বৰ শৰ্ম্মা নামেৰে আমোলা এজনো আমাৰ ওচৰ-চুবুৰীয়া আছিল। তেওঁৰ ঘৰতো আমাৰ সমাগমৰ ত্ৰুটী নঘটিছিল; যাইকৈ দুৰ্গোৎসৱৰ এমাহ মানৰ আগৰ পৰা। দুৰ্গেশ্বৰে খনিকৰৰ বিদ্যা জানিছিল। নিজৰ ঘৰৰ পূজাৰ নিমিত্তে তেওঁ নিজ হাতে প্ৰতিমা সাজিছিল। প্ৰতিমা সাজিবলৈ আৰম্ভ কৰা দিনৰে পৰা তেওঁৰ কাষত আমাৰ সমাগম। কি উৎসাহেৰে মই প্ৰতিমাৰ নিমিত্তে বোকা-খচা, জুমুধি-বন্ধা আদি কাৰ্য্যত শৰ্ম্মাৰ সহায়ক হৈছিলো আৰু লগে লগে নিজৰ কল্পনাৰ সহায়েৰে মোৰ মনোবৃত্তিকো খচি বান্ধি মনতে কি অপৰূপ মায়াপুৰী সাজিছিলো, ভাবিলে শৰীৰত ৰোমাঞ্চ হয়। মই ভাবিছিলো, দুৰ্গেশ্বৰ খনিকৰে যেনেকৈ এই প্ৰতিমাৰ প্ৰত্যেক অংশ নিজৰ সুনিপুণ হাতেৰে গঢ়ি তুলিব লাগিছে, আমাকো আমাৰ ঘৰ খনিকৰ ঈশ্বৰে সেইদৰে পৰিশ্ৰম কৰি গঢ়ি এই পৃথিৱীত

উমলিবলৈ পঠিয়াই দিছে। সৃষ্টিৰ এনে সহজ ব্যাখ্যা সহজভাৱে তেতিয়াই মোৰ মনত উদয় হৈছিল। শৰ্ম্মাদেৱে প্ৰতিমা গঢ়ি তোলাৰ প্ৰত্যেক কাৰ্য্যৰ অংশতে মোৰ কৌতূহলৰ চকু পৰিছিল। খল, হেঙুল, হাইতালৰ বৰণ পিহা-সনা কাৰ্য্যই প্ৰতিমাৰ গা, হাত, ভৰি, মুখ উজ্জ্বল কৰাৰ লগে লগে মোৰো মন উজ্জ্বল কৰি তুলিছিল। মনত আছে, এদিন দুৰ্গেশ্বৰ শৰ্ম্মা দেৱক সুধিছিলোঁ।—"দুৰ্গেশ্বৰ ককাইদেউ, এই হেঙুল হাইতালবোৰ কত পোৱা যায়?" তেতিয়া বেলি পৰিছে: পশ্চিম আকাশ বিচিত্ৰ বৰণেৰে চিত্ৰিত হৈ উঠিছে। তেওঁ তত্তালিকে সেই ফালে আঙুলিয়াই দেখুৱাই কলে "এইবোৰ মই সৌ তাৰ পৰা আনিছো"। মই সুধিলো, "আমিও আনিব নোৱাৰোনে"? তেওঁ উত্তৰ দিলে "তইঁতে নোৱাৰ। গোসাঁনী পূজাৰ সময়ত মই আকাশী দেৱতাক খুজি আনো,—মোক হে দিয়ে।" মই মিনতিকৈ কলো, "ককাইদেও, মোকো-চপৰাচেৰেক আনি দিয়ক।" তেওঁ কলে "বাৰু দিম"। ইয়াৰ পিছতো মই তেওঁৰ সেই প্ৰতিশ্ৰুতি তেওঁক সোঁৱৰাই দিবলৈ অনেক দিনলৈকে নাপাহৰিছিলো। কিন্তু তেওঁ "দিম দিম" কৰি লাহে লাহে গা এৰা দিলে দেখি মই হতাশ হৈ আৰু খুজিবলৈ এৰি দিলো।

শৰ্ম্মাদেৱৰ প্ৰতিমা সজাত লাচনি-পাচনী কাৰ্য্যেৰে "মদৎ" দিয়াৰ বেচ স্বৰূপে এদিন তেওঁ সেই খচা কুমাৰ-মাটিৰে এটা সুতুলি সাজি মোক দিলে; আৰু কেনেকৈ ফুটাত মুখ দি ফুৱাই বজাব লাগে সেই কৌশলটোও শিকাই দিলে। মই কৃতজ্ঞ মনেৰে সুতুলিটো হাতত লৈ দুবাৰ-চাৰিবাৰৰ ব্যৰ্থ চেষ্টাৰ পিছত, মোৰ মুখৰ ফুৰে আৰু আঙুলিৰ বুলনিৰে বেতিয়া সুতুলিৰ সুৰ তুলিলো, আৰু ক্ষন্তেকতে তাৰ মিহি কম্পন-ধ্বনিৰে দশোদিশ কপাবলৈ ধৰিলো, মোৰ হৃদয়-তন্ত্ৰীৰ আনন্দ-কম্পনো ততোধিক হৈ উঠিল। কৰবাত এভোখৰ আহাৰৰ গন্ধে

পাই ব্যস্ত-সমস্তভাৱে এটাৰ পিছত এটা, তাৰ পিছত এটা,—তাৰ পিছত আকৌ এটাকৈ, লাগি নিছিগাকৈ লবা শুৰি-পকৱাৰ দৰে মোৰ সুতুলিৰ সুৰবোৰো লবিবলৈ ধৰিলে। কেচা কুমাৰ-মাটিৰ দাগ লাগি মোৰ ওঠ বগা হল; ফুৰাই ফুৰাই মুখত বিযে ধৰিব লগীয়া হল, সেই উপসৰ্গবোৰলৈ মোৰ ভ্ৰুক্ষেপ নাই; মোৰ সুতুলিৰ সুৰ অবিৰাম ভাৱে চলিবলৈ ধৰিলে, চেনেহৰ চুমাৰ এঠাৱে এঠা খাই সুতুলি মোৰ মুখত লাগি গল। সুতুলিৰ দৌৰাত্ম্য বাঢ়িলত আমাৰ গতি-বিধিৰ পৰি-দৰ্শক ৰবিনাথ ককাই, মোৰ কাকুতি-মিনতিলৈ আওকাণ কৰি সুতুলিটো মোৰ হাতৰ পৰা কাঢ়ি নি নিষ্ঠুৰভাৱে শিল এছটাত এচাৰ মাৰি ভাঙি পেলালে। ককাৰ এনে নিদাৰুণ আচৰণত মোৰ দুচকুৰ পৰা দুধাৰ লো বৈ গল; মই দুখ-শোকত ম্ৰিয়মাণ হলো। আমন-জিমনকৈ দুৰ্গেশ্বৰ শৰ্ম্মাৰ ওচৰ পালোগৈ। মুখৰ গঢ় দেখি, মোৰ কি হৈছে সুধি, জানি, মৰম পতিয়াই, তেওঁ মোলৈ আৰু এটা সুতুলি সাজি বদত শুকাবলৈ দিলে। সেই দিনাই আবেলি মই মোৰ হেৰোৱা নিধি নতুন সুতুলি লাভ কৰিলো। অনতিবিলম্বতে সুতুলিৰ ভিতৰেদি সমুখিত আনন্দৰ করুণ সুৰে দিয়ণ্ডল মুখৰিত কৰিবলৈ ধৰিলে। দুখৰ বিষয়, এই সুতুলিৰো পৰমায়ু সৰহখিনি পৰ মাছিল; কংসাৱতাৰ ককাই সংবাদ পাই পুনৰ্জন্ম লাভ কৰা সুতুলিটিকো পূৰ্ব্বৰতে শিলত আফালি বধ কৰিলে। এইবাৰ তেওঁ আক এখোজ আগবাঢ়ি সুতুলিৰ জন্মদাতা দুৰ্গেশ্বৰ শৰ্ম্মাক বৈশেৰকৈ কৈ দিলে, যেন তেওঁ আৰু মোক ম-কৈ সুতুলি সাজি নিদিয়ে। ফলত, সুতুলি-সৃষ্টিৰ আতাশক্তি নিষ্ক্ৰিয় হল। কিন্তু উপায়হীনৰ উপায়দাতা সহায় হল; মোক তেওঁ নতুন বাট উলিয়াই দিলে। মই আমাৰ ঘৰৰ লগুৱা লবা এটাৰ শৰণাপন্ন হলো; সি মোক দ্বিতীয় শ্ৰেণীৰ সুতুলি এটা সাজি দিলে। কিন্তু যদিও পুনৰাগত এই সুতুলিত আগৰ দুটাৰ দৰে finish

অৰ্থাৎ কাৰিকৰী নাছিল, আৰু যদিও তাৰ "গলা সুৰ-সধা" নাছিল, তথাপি এই কণা মোমায়েই মোৰ অনেকখিনি অভাৱ পূৰণ কৰিলে। মই তাক হেপাহ পলুৱাই বজাই অতি সংগোপনে লুকাই থলোঁ। কিন্তু কংসৰ চোৰাংচোৱাৰ তীক্ষ্ণ দৃষ্টি সি অতিক্ৰম কৰিব নোৱাৰিলে; কোনো চৰিয়াৰ সহায়েৰে ককাই সেই গুপ্ত নিধি আবিষ্কাৰ কৰি লুপ্ত কৰি দিলে। অনুসন্ধানৰ ফলত ককাৰ জ্ঞানোদয় হল, যে এই বাৰৰ সুতুলিৰ জন্মদাতা দুৰ্গেশ্বৰ শৰ্ম্মা নহয়, আমাৰ লগুৱা লৰাটোহে! তাক তেওঁ মাতি আনি কবাকৈ ডাবি দি কলে যে ভৱিষ্যতত সি যেন আৰু তেনে দোষাবহ কাম নকৰে। মই বাট এন্ধাৰ দেখি দুখত দুদিন নিৰুৎসাহ হৈ বহি আছিলোঁ; হঠাৎ বিজুলী মৰাৰ দৰে মনলৈ উছাহ আহিল; মই ভাবিলোঁ, মই মো নিজ হাতে সুতুলি এটা সাজি নলও কিয়? যেনে ভাবোদয় তেনে কাৰ্য্য। লৰি গৈ শৰ্ম্মাৰ ঘৰৰ পৰা কুমাৰ-মাটি এসোপা সংগ্ৰহ কৰি আনি সুতুলি সাজিবলৈ লাগি গলো। প্ৰথম চেষ্টা বিফল হল। দ্বিতীয় চেষ্টা সফল-বিফলৰ মাজতে বল। তৃতীয় চেষ্টাত কৃতকাৰ্য্য হলো। এক প্ৰকাৰ চলি যাব পৰা সুতুলি এটা মই স্বহস্তে নিৰ্ম্মাণ কৰি পেলালো আৰু ফুৱাই তাৰ পৰা মাতো উলিয়ালো। কৃতকাৰ্য্যৰ সফলতাত মোৰ মন উৰুলিকৃত হল। দুপৰীয়া ককাই ভাত খাই উঠি শোৱা পাটীত পৰি নিদ্ৰাক আহ্বান কৰি আছিল, এনেতে হঠাৎ সুতুলিৰ সুৰৰ ৰাম নাম তেওঁৰ কাণত পৰিল। তেওঁ উত্তেজিত হৈ এক্কে চাবেই উঠি মোৰ ফালে চোচা ললে; মই দিলোঁ লৰ। মোক সৰহ দূৰলৈ খেদি যোৱাটো নিষ্ফল বুজি তেওঁ তাতৰৰ পৰা বিড়িয়াই শাসন কৰি কলে—"বাক ব, আজি ডাঙৰীয়া কছাৰীৰ পৰা আহক, কোৰত তোৰ পিঠিৰ ছাল তোলাম!" এই শাসন-বাক্য শুনি মোৰ মন দমি গল, মই কিছুমান বেলিৰ মূৰত উভতি আহি, তেওঁৰ হাতত মোৰ বুকুৰ বান্ধ সুতুলিটো সমৰ্পণ কৰি

কাবৌ কৰি কলো "ককা প্ৰসন্ন হোৱা ! এইটো সুতুলি ; তুমি তাক শিলত আফালি চূচুঁ মৈ কৰা বা যি মন যায় কৰা ; মই আৰু সুতুলি নবজাও !"

---

## —বিদ্যাৰম্ভ—

এদিন শুনিলোঁ, মোৰ বিদ্যাৰম্ভ কৰা হব। মোৰ মহানন্দ মিলিল—পুথি পঢিব পাৰিম, কিতাপ পঢ়িম পাৰিম, মানুহলৈ চিঠি লেখিব পাৰিম। ভাল দিন-বাৰ এটা চোৱাই এদিন সেই কাৰ্য্য সুসম্পন্ন কৰোৱা হল। আমাৰ গুৰু-ঘৰ কমলাবাৰী থানলৈ সোণৰ ফুল এপাহ আগ-কৰা, ঘৰত বামুণৰ হতুৱাই পূজা কৰোৱা, নিজৰ নাম-ঘৰত ভালকৈ শৰাই এখন দি সকলোৱে মিলি-জুলি নাম গোৱা, আৰু নামৰ অন্তত ৰবিনাথ ককাই, মই দীৰ্ঘায়ু আৰু সৰ্ব্ব-বিদ্যাবিশাৰদ হৈ পিতৃ-কুল মাতৃ-কুল উজ্জল কৰিবৰ অৰ্থে বিশেষ ৰূপে উচ্চাৰণ কৰি আশীৰ্ব্বাদ কৰা কথাৰ স্মৃতি মোৰ মনত স্পষ্টকৈ পৰি আছে।

প্ৰথমতে ককাই মোক কলাপাতত ক, খ, লেখিবৰ কৌশল শিকায় ; আৰু দিনো কলাপাত কাটি আনি কেনেকৈ তাক ধূলিৰে মোহাৰি চাফ্-চিকুণ কৰি লৈ তাত আখৰ লেখিব লাগে তাৰ দিহা কৰি দিয়ে। খাগৰিৰ কাপ্ কাটি লবলৈ, আৰু কেৰাহীৰ বা মাটিৰ চৰুৰ গাত লাগি থকা ছাইত চলু-চলুকৈ গৰু-মূত সানি মহী কৰিবলৈ, আৰু মহী থবলৈ মাটিৰ বা বাঁহৰ চুঙাৰ মৈলাম আৰু সেই মৈলাম বাবত আৰি থবলৈ মৈলামৰ কানত জৰি লগোৱা ইত্যাদি বিদ্যাও ৰবিনাথ ককায়েই মোক দান কৰে।

বিদ্যাৰম্ভ কৰি ক-কলা পঢ়ি দুদিন চাই-দিনতে যে মই পাকৈত হৈ উঠিছিলোঁ, এনে তীক্ষ্ণ-বুদ্ধিৰ লৰা বুলি মই মোক কেতিয়াও ভাবিব

নোৱাৰোঁ। কাৰণ লেখা পঢ়াত মই বৰ চোকা-বুধীয়া বুলি কেতিয়াও খ্যাতি লাভ কৰা মোৰ মনত নাই। পিছৰ কালৰ স্কুল কলেজতো মই a boy of mediocre ability অৰ্থাৎ মজলীয়া বিধৰ লৰা বুলিয়েই চলি গৈছিলোঁ। ক, খ লেখিব পঢ়িবলৈ শিকাৰ পিছত, মদন মোহন তৰ্কালঙ্কাৰৰ বঙলা 'শিশুশিক্ষা' প্ৰথম ভাগ মোক দিয়া হল, কাৰণ সেই কালত দেশাধিকাৰ সকলৰ বিপৰীত বুদ্ধিৰ বলত বঙলা ভাষাহে অসমৰ বিদ্যালয়বোৰত শিকোৱা হৈছিল, অসমীয়াৰ আচল মাক অসমীয়া ভাষাই বৰবাণিত হে ঠাই পাইছিল, আৰু বিদেশিনী বঙলা ভাষাই আইৰ ঠাই অধিকাৰ কৰি লৈ অসমীয়া শিশুবোৰৰ মুখত মাতৃ-স্তনৰ সলনি "ফিডিং বতল" অৰ্থাৎ গাখীৰৰ কল দি সিহঁতক "কাল কাক, ভাল নাক" শিকাই তেওঁৰে সৈতে "খিলি খাই, মিলি যাবলৈ" কৈছিল! ঈশ্বৰৰ চৰণত সেৱা, যে কালক্ৰমত দেশাধিকাৰ সকলৰ এই ভ্ৰম ভাগিল, অসমীয়াই মাতৃ-স্তনৰ স্বাভাবিক ক্ষীৰধাৰা পান কৰিবলৈ পাই নিজক ধন্য মানিলে, অসমীয়াৰ মাতৃ-ভাষা যে অসমীয়া হে, বঙলা নহয়, এই সত্য পুনৰ দৃঢ়ভাৱে সু-প্ৰতিষ্ঠিত হল।

পিতৃ-দেৱতাৰ গাত এটা লক্ষণ বৰ পৰিস্ফুট আছিল। তেওঁ যদিও অতি নিষ্ঠাবান পুৰণি ধৰণৰ হিন্দু আছিল, কিন্তু তেওঁৰ মন সদায় আচৰিত ৰকমে Progressive অৰ্থাৎ উন্নতি-শীল আছিল। সময়ৰ সোঁতৰ বিৰুদ্ধে অনিয়ন্ত্ৰিতভাৱে থিয় হোৱাটো তেওঁ অনুচিত বিবেচনা কৰিছিল; বৰং দেশ-কাল-পাত্ৰ বুজি তেওঁ অনেক কথাত সময়ৰ সোঁতৰ গতিত বাধা দিবলৈ চেষ্টা নকৰি সহায়তা হে কৰিছিল। তেওঁ দেখিছিল যে, ইংৰাজ ৰজাৰ ৰাজ্যত থাকি ইংৰাজী ভাষা, ইংৰাজী-বিদ্যা নিশিকিলে মানুহৰ অৱস্থা পানীৰ পৰা বাহিৰলৈ তোলা মাছৰ দৰে হয়, তেওঁ নিজেও অলপ-অচৰপ ইংৰাজী শিকিবলৈ ধৰিলে, আৰু নিজৰ লৰাবিলাকক্কো ইংৰাজী স্কুলত নাম লগোৱাই দি ইংৰাজী

শিকিবলৈ উৎসাহিত কৰিলে। লক্ষীমপুৰত তেতিয়া ইংৰাজী-বঙ্গলা কোনো বিধৰ স্কুল নাছিল। মোৰ অগ্ৰজ দুজন আৰু মোতকৈ ডাঙৰ ভাগিন এজনৰ ইংৰাজী শিক্ষাৰ সুবিধাৰ নিমিত্তে, আৰু লগে লগে স্থানীয় মানুহৰ লবাকো সেই সুবিধা প্ৰদান কৰিবৰ নিমিত্তে অহো-পুৰুষাৰ্থ কৰি দেউতাই লক্ষীমপুৰত এটা ঘৰ সজাই ইংৰাজী স্কুল এখন স্থাপন কৰিলে। সেই স্কুলত মাষ্টৰী কৰিবৰ নিমিত্তে শিৱসাগৰৰ পৰা তীৰ্থনাথ উকিলৰ পুতেক পদ্মনাথ শৰ্ম্মা নামে, আমাৰ দূৰ সম্পৰ্কীয় আত্মীয় এজনক দেউতাই লক্ষীমপুৰলৈ আনি নিজৰ ঘৰতে আশ্ৰয় দি ৰাখিলে, আৰু দুই-তিনিজন ইংৰাজী জনা মানুহ সংগ্ৰহ কৰি তেওঁ-লোককো মাষ্টৰ নিযুক্ত কৰিলে। দেউতা লক্ষীমপুৰত মুন্‌চেফ্ হৈ থকা ডোখৰ কালত সেই স্কুল সুন্দৰৰূপে চলিছিল।

লক্ষীমপুৰীয়া স্মৃতিৰ ভিতৰত আৰু এজন সজ লোকৰ কথা মোৰ মনত আছে। তেওঁৰ নাম শ্ৰীযুত ঘিণাৰাম বৰুৱা মৌজাদাৰ। মৌজাদাৰ ঘিণাৰাম বৰুৱা পুৱা-গধূলি সদায় আমাৰ ঘৰলৈ আহিছিল, আৰু দেউতাৰ বৰ প্ৰিয়পাত্ৰ আছিল। আমি লৰাবোৰেও তেওঁক নৈথে ভাল পাইছিলোঁ; কাৰণ তেওঁ বৰ নিজ্‌ মানুহ আছিল, আৰু আমাক বৰ মৰম কৰিছিল। কোৱা বাহুল্য যে মৰমে লৰাৰ মন যেনেকৈ আকৰ্ষণ কৰি মৰম কৰোতাৰ ফালে টানে, আন একোৱে তেনেকৈ নোৱাৰে। তেওঁ দেউতাৰ কাষৰ পৰা আঁতৰিলেই তেওঁৰ কোলা আমাৰ দখললৈ সম্পূৰ্ণৰূপে এৰি দিছিল। তেওঁ গা-গাবিয়ে শকত-আৱত আছিল; বৰ কীণোৱাও নাছিল; ওখইও মজলীয়া বিধৰ আছিল! দেউতাৰ কাষত বহি নিজৰ কাপ-মৈলাম লৈ, তেওঁ সেই কালৰ ডাঙৰ ধুৰণীয়া বঙা-কলা ছাবৰ ষ্টাম্প-কাকতত খৎ-দলিল ইত্যাদি লেখা দেখিছিলোঁ। তেওঁৰ তিনটি পুতেক আছিল; তেওঁলোক সততে আমাৰ ঘৰলৈ আহি আমাৰে সৈতে ধেমালি-ধুমুলা

কৰিছিল। মৌজাদাৰৰ এটি পুতেক মোতকৈ ভালেমান ডাঙৰ আৰু দুটি মোৰ সমনীয়াই হওক, নাইবা মোতকৈ সৰুৱেই হওক, এনে বিধৰ আছিল। সেই দুটিৰ এটি আজি কালি আসামত সু-বিখ্যাত শ্ৰদ্ধাস্পদ শ্ৰীযুক্ত পদ্মনাথ বৰুৱা। *



* স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱাৰ লক্ষীম্‌পুৰীয়া জীৱনৰ বিষয়ে ভালদৰে জানিব পাৰে বুলি ৰায়বাহাদুৰ গোহাঞি বৰুৱালৈ আমি চিঠি লিখি সোধাত শ্ৰীযুত গোহাঞি বৰুৱা ডাঙৰীয়াই আমালৈ এনেদৰে লেখিছে :—

"তেতিয়া মই নিচেই সৰু লৰা; সেই কালৰ কথা বিণিকি বিণিকি হে মনত পৰে। মাথোন ইমানকে কব পাৰোঁ যে, স্বৰ্গীয় ডাঙৰীয়া দীননাথ বেজবৰুৱা যি কালীন উত্তৰ লক্ষীম্‌পুৰত সদৰামীন বা মুন্সিপ হৈ আছিল, সেই কালীন মোৰ স্বৰ্গীয় পিতৃ ঘিণাৰাম গোহাঞি বৰুৱা ডাঙৰীয়াৰ লগত তেখেতৰ অতি আপোন আৰু সুহৃদ্ভাৱ আছিল; দুইৰো দুইৰে প্ৰতি গভীৰ সদ্ভাৱ থকাটো আজিও আগৰ দিনিয়া বুঢ়াৰ মুখে শুনা যায়। তেতিয়া তোমাৰ দেউতাৰ শ্ৰীযুত বিনন্দি বেজবৰুৱা

ছিপাহী বিদ্রোহৰ ঢৌৰ কোব অসমতো আবিষ্কাৰ কৰাৰ সম্পৰ্কে বিশেষৰূপে খ্যাতি লাভ কৰোঁতা হৰনাথ পৰ্ব্বতীয়া বৰুৱাৰ জ্যেষ্ঠ পুত্ৰ শ্ৰীযুত হলিৰাম বৰুৱা ( যি পিছত একষ্ট্ৰা এচিষ্টেণ্টৰ পদ পাইছিল ) কাছাৰিত হেডক্লাৰ্ক পদতেই হওক বা আন কোনো তেনে পদতেই হওক, লক্ষীমপুৰলৈ আহি আমাৰ টোলতে, সেউতাই সজাই দিয়া ঘৰত আছিলহি। তেওঁ হিন্দুৰ অখাদ্য চৰাই-কুকুৰা ভোজন কৰে বুলি মিছাকৈ কোনে মোৰ মনত বিশ্বাস জন্মাই দিছিল কব নোৱাৰোঁ, সেই দেখি পৰা পক্ষত তেওঁৰ ঘৰৰ ফালে মই নগৈছিলোঁ। সম্ভৱতঃ তেওঁ নিজেই মোৰে সৈতে কৌতুক কৰিবলৈ সেই কথা কই মোক ভয় খুৱাইছিল; কাৰণ মোৰ মনত আছে, এদিন তেওঁ ভাত খাবৰ সময়ত, মোক মাতি নি তেওঁৰ বাটীত থকা শাম-চৰাইৰ আঙ্গা দেখুৱাই মোক কুকুৰাৰ আঙ্গা বুলি কৈ তাৰে সৰু হাড় এডোখৰ মোৰ গাৰ ফালে দলি-মাৰি দিছিল, আৰু মই চুৱা হবৰ ভয়ত একে লৰে আমাৰ ঘৰ পাইছিলোঁহি। শ্ৰীযুত হলিৰাম বৰুৱাৰ ওপৰত মোৰ বিতৃষ্ণা জন্মাৰ আৰু এটা কাৰণ ঘটিছিল। দিনচেৰেকৰ আগতে তেওঁৰ ঘৰৰ চালত এটা হুদু পৰিছিল; আৰু সেইটো অমঙ্গলৰ কথা দেখি তেওঁ পূজা শান্তি-কৰম আদি কাৰ্য্য বামুণৰ হতুৱাই কৰাই, সেই অমঙ্গলৰ প্ৰতিবিধান কৰিব লগীয়াত পৰিছিল। এদিন মই গধূলি

---

চেমনীয়া আৰু তেখেতৰ অনুজ সহোদৰ শ্ৰীনাথ আৰু ৺লক্ষ্মীনাথ চেঙেৰা। সিবিলাকৰ সমনীয়া আছিল মোৰ বৰ-ককাইদেৱ ৺মোহন চন্দ্ৰ গোহাঞি বৰুৱা। ৺শ্ৰীনাথ আৰু ৺লক্ষ্মীনাথৰ লগত ৺মোহনচন্দ্ৰৰ বিশেষ প্ৰণয় আৰু বন্ধুতা আছিল। সিবিলাক তিনিৰো, বিশেষকৈ ৺লক্ষ্মীনাথৰ ৰৱনী-যোৱাত বৰ বাপ্ আছিল।"

শ্ৰীমাধৱ বেজবৰুৱা

মোৰ পাঠ্য বঙ্গলা কিতাপ এখন পঢ়ি থাকোঁতেই তেওঁ আহি মোৰ ওচৰত বহিল। কিতাপ খনত এটা ফেঁচাৰ ছবি আছিল। তেওঁ ছবিটো দেখিয়েই, ততালিকে মোৰ আগতে জিয়াচলিৰ কাঠী এটা মাৰি তাৰে ফেঁচাটোৰ মুখাগ্নি কৰিলে। ফেঁচাৰ মুখেৰে অলঙ্কৃত মোৰ কিতাপৰ পাতটোৰ সেই ডোখৰ পুৰি গৈ তাত ডাঙৰ ফুটা এটা হল। মুখাগ্নি কৰা ফেঁচাৰ শোকাগ্নিত মোৰ কুমলীয়া মনৰো এডোখৰ দগ্ধ হৈ গল; মই কান্দিবলৈ ধৰিলোঁ। মোক যদিও ঘৰৰ আন মানুহে নানা কথা কৈ চেচনি-বুজনি দি কিছুমান বেলিৰ মূৰত শান্ত কৰিলে, কিন্তু মোৰ dislike বিতৃষ্ণা শ্ৰীযুত বৰুৱাৰ প্ৰতি আৰু বদ্ধ-মূল হল। যাইকৈ আৰু এইবাবে যে, ফেঁচা-পোৰা বৰুৱা ডাঙৰীয়াই তেওঁৰ দুষ্কৃতিৰ নিমিত্তে এখুদমানো অনুতাপ নকৰি, আৰু মোৰ শোকাগ্নি নিৰ্ব্বাপণ কৰিবলৈ এতিলমানো চেষ্টা নকৰি, লঙ্কা দাহ কৰি হনুমন্তই নিজৰ বিবেকত এটা বেজাৰৰ খোচকো অনুভৱ নকৰাকৈ বীৰদৰ্পে অশোকবনলৈ গুচি যোৱাদি মোৰ কাষৰ পৰা উঠি বুকু ফিন্দাই নিজৰ ঘৰলৈ গুচি গল।

আমাৰ ঘৰৰ কাষতে তোলন সাজতোলা নামেৰে ডিহিঙৰ গোসাঁইৰ সাজতোলা এজন আছিল। সাজতোলা বয়সত বুঢ়া, জাতত আহোম, আৰু দিহিঙৰ গোসাঁইৰ বৰ নিষ্ঠাবান সেৱক আছিল। নাম-প্ৰসঙ্গ গীত-পদ আদিত সদায় তেওঁৰ ৰতি আছিল দেখি, আৰু দেউতাক বৰ মান-সৎকাৰ উপাসা-ভৰসা কৰি চলিছিল দেখি, সাজতোলাক দেউতাই বৰ ভাল পাইছিল। আমিও ভাল পাইছিলোঁ। সাজতোলা বৈষ্ণীয়েক, পুতেক, বোৱাৰীয়েকেৰে সমৃদ্ধিশালী আছিল।

---

## —ধনী লগুৱাৰ কথা—

ধনী নামৰ আমাৰ এটা লগুৱা আছিল। তাৰ ঘৰ যোৰহাটৰ ওচৰৰ চাওখাট মৌজাত। বাস্তৱিকপক্ষত সেই কালত চাওখাটক আমাৰ ঘৰৰ পক্ষে লগুৱাৰ বৰ-ভঁৰাল বুলিলে বঢ়াই কোৱা নহয়। যেনেকৈ চেক (cheque) পঠিয়াই দিলে টকা পোৱাৰ দৰে আমাৰ দেউতা আৰু ককাইদেও সকলে, আৱশ্যক মতে চাওখাটলৈ বাতৰি পঠিয়াই তাৰ পৰা লগুৱা পাইছিল। ধনীৰে সৈতে তাৰ ককায়েক গোজৰ আৰু ভায়েক সিদ্ধিৰাম, এই তিনিও পাল পাতি এবছৰ-দুবছৰকৈ দেউতাৰ লগত নগাওঁ, বৰপেটা, তেজপুৰ, লক্ষীমপুৰ আৰু গুৱাহাটীত লগুৱা কাম কৰিছিল; আৰু সিহঁত আমাৰ পাৰিবাৰিক সজ্যৰ অঙ্গপ্ৰত্যঙ্গস্বৰূপ হৈ পৰিছিল। আজি-কালি লগুৱা আৰু গিৰিহঁতৰ ভিতৰত যেনেকৈ মাথোন দৰমহাৰহে সম্বন্ধ, সেই কালত তেনে নাছিল; সেই কালত লগুৱা-লিগিৰীবোৰ গৃহস্থৰ পৰিয়ালৰ একো-একোটা অপৰিহাৰ্য্য অঙ্গ আছিল। ধনৰ সম্বন্ধতকৈ মৰমৰ সম্বন্ধ প্ৰবল আছিল। হিন্দুশাস্ত্ৰৰ সুন্দৰ অনুশাসন—"ছায়া স্বদাসবৰ্গশ্চ" অৰ্থাৎ দাস-দাসীবোৰ গৃহস্থৰ গাৰ ছাঁৰ নিচিনা, এইটো বৰ্ণে বৰ্ণে প্ৰতিপালিত হৈছিল। অসমীয়া 'লগুৱা' শব্দটোৱেই এই কথাৰ সাক্ষি ফট্‌ফটীয়াকৈ দিয়ে। মনত আছে আমাতকৈ বয়সে ডাঙৰ লগুৱা-লিগিৰীক আমি সন্মানেৰে সৈতে মাতিছিলোঁ। তোলন আৰু ঘিণলাগী গিৰিয়েক ঘৈণীয়েক। সতি-সন্ততিৰে সিহঁত এঘৰ ভাল গৃহস্থ। এই ঘৰ লগুৱা-লিগিৰী আমাৰ ৰংপুৰৰ ঘৰৰ চৌলৰ ভিতৰত সদায় আছিল। তোলনক "ঘৰগিৰী" আৰু "ককাই" বুলি, আৰু ঘিণলাগীক 'ঘিণলাগী বাই' বুলিহে আমি লৰাবোৰে মাতিছিলোঁ। কেতিয়াবা

তোলনক অকল "তোলন," ঘিণলাগীক অকল 'ঘিণলাগী' বুলি আমি মাতিলে আমাৰ অভিভাবকসকলৰ পৰা ডাবি খাইছিলোঁ।

তিনিও ভায়েক ককায়েকৰ ভিতৰত ধনী টেঙৰ, বলী, বুধিয়েক, খৰ, বঙিয়াল, অঘাইটং আৰু কামত সন্তোষ দিব পৰা আছিল। দিনে-ৰাতিয়ে আমাৰ ঘৰৰ এশ-এটা কাম ধনীয়ে উছাহেৰে কৰি, সুবিধা পালেই ৰং-ধেমালিৰে আমাক আমোদ দিছিল। তাৰ বৰণ ক'লা বগাৰ মাজতে, গা, হাত-ভৰি আটিল আৰু পেটত এটা ডাঙৰ মেকণ আছিল। ধনীয়ে সদায় সকলোকে কৈছিল, যে মেকণটো তাক ঈশ্বৰে হেনো ধন ভৰাই থবলৈ দিছে, আৰু সেই দেখি তাৰ নামটোও ধনী। আনে তাৰ এই কথাত হাঁহিছিল, কিন্তু মই সেই কথাত ভালেমান দিনলৈকে নিৰহ-নিপানীকৈ পতিয়াই আছিলোঁ। ধনীৰ তেতিয়া ভৰ ডেকা বয়স। গাৰ বল আৰু মনৰ স্ফুৰ্ত্তিত সি খোলাত ভজা আখৈ ওকৰাদি উফৰি ফুৰিছিল আৰু উফৰি ফুৰাটোৱেই তাৰ normal condition সহজ অৱস্থা আছিল। তাৰ গাত উপচি পৰা বলে তাক ইমান দিগ্ দিছিল, যে তাৰ শাৰীৰ কোনো সমনীয়া ডেকা দেখিলে সি উপৰাচি আগবাঢ়ি গৈ তাৰে সৈতে এথুন্দা যুঁজবাগৰ নকৰি নোৱাৰিছিল; আৰু যুঁজৰ জয় পৰাজয় নামৰ দুইটা মিঠা তিতা ফল অম্লান বদনে গিলিছিল। দুপৰীয়া পল বোৱা মানুহৰ উকি কাণত পৰিলেই ধনীৰ গা সাতখন-আঠখন হৈ পৰিছিল, আৰু সেই মুহূৰ্ত্ততে সি সকলোৰে হাক-বচন গালি-শপনি কাতিকৈ থৈ ঘৰৰ সকলো কাম এৰি হাতত পল লৈ মাছ মাৰিবলৈ লৰিছিল; আৰু কেতিয়াও সুদাহাতে ঘুৰি অহা নাছিল। সুদাহাতে নোঅহাৰ মানে যে, সদায় সি মাছ ধৰা কাৰ্য্যত কৃতকাৰ্য্য হৈছিল এনে নহয়, বৰং বোল অনা দিনৰ ভিতৰত পোৰৰ অনা দিনত তাৰ ওলোটাটোহে সংঘটিত হৈছিল। উপৰা দি কবলৈ গলে মুঠতে ধনীৰ পলৰে সৈতে মাছৰ

সম্পৰ্ক, বাৰী বামুণীৰ আগ্লাৰ বাটীৰে সৈতে মাছৰ সম্পৰ্কেৰে বিজালেও বেছি বেঙাই নাযায়। সি তাৰ আত্মসম্মান নিখুট ৰাখিবলৈ অনেক ৰকম টেঙৰালিৰ আশ্ৰয় লৈছিল; যেনে—পলৈয়াইত ৰামলৈ উঠিলে সিহঁতৰ পৰা খুজি-মাগি নাইবা ডকা-হকা দি ডুটা-চাইটা মাছ আনি আমাৰ ঘৰত দি, সেই মাছ তাৰ পলত পৰা বুলি, একুৰি এটা মিছা কথাৰে বুকু ফিন্দাই কৈ বাহাদুৰী লৈছিল। কিছুদিনলৈকে যদিও সকলোৱে তাৰ কথাৰ তলানলা ধৰিব নোৱাৰিছিল, কিন্তু তলি-ফুটা পানীৰ কলহৰ দৰে তাৰ এই মহতালি-কথাৰ তলিত ফুটা ধকা বাবে অচিৰতে তাৰ সম্ভেদ তাৰ গুণগ্ৰাহীসকলৰ আগত ওলাই পৰিল আৰু তাৰ বাহাদুৰীৰ বৰ নাও অচল হল। মাধৰ বিহুত 'হাঁহ-কণী যুজোৱা বিদ্যাতো ধনী পিছ পৰা নাছিল। কিন্তু তাৰ মাছধৰা বিদ্যাৰ দৰে, হাঁহ-কণী যুজোৱা বিদ্যাতো শীঘ্ৰে জাল-জুৱাচুৰি ধৰা পৰিল। খবৰ পোৱা গল যে ওৰে দিনটোৰ মূৰত যে সি এপাচি মূৰ ভগা হাঁহ-কণী নিজৰ জয়লব্ধ চিন (trophy) স্বৰূপে ঘৰলৈ আনিছিল, তাৰো তিনি ভাগৰ দুভাগত পানী দিয়া (adulterated), অৰ্থাৎ সেই এটাইবোৰ তাৰ স্বোপাৰ্জ্জিত নহয়, লোকৰ পৰা খুজি মাগি বা ডকা-হকা দি আনি তাৰ লেখ বঢ়োৱা।

মুন্সেফ হাকিম ডাঙৰীয়াৰ বৰ লগুৱা বুলি ধনীক হাটকৰা, বাটকৰা, দোকানী, পোহাৰীয়ে খাতিৰ আৰু ভয় কৰিছিল; আৰু সি সেই অৱস্থাৰ সুবিধাটো যোল অনাৰ উপৰি আদায় কৰিবলৈ ক্ৰটি নকৰিছিল। লাহে লাহে তাৰ দুষ্টামিৰ জোখ ইমান বাঢ়ি উঠিছিল, যে সি মাছ কিনিবলৈ আমাৰ ঘৰৰ পৰা পইচা লৈ গৈ সেই পইচা পোহাৰীক দিয়া অভ্যাসটো বদ্ অভ্যাস খিবাং কৰি একেবাৰেই তাক পৰিত্যাগ কৰিছিল, আৰু বলেৰে পোহাৰীৰ পৰা মাছ কাঢ়ি আনি সেই মাছ আমাৰ পইচাৰে কিনি অনা বুলি বঢ়িয়াকৈ আমাৰ ঘৰত

চলাই দি মাছৰ পইচা ককালৰ জালৰ মোনাত ভৰাইছিল। প্ৰথম ডোখৰত তাৰ এনেবোৰ অত্যাচাৰ-অবিচাৰ দোকানী পোহাৰীয়ে ভয়ত নিৰ্ব্বিবাদে সহি হজম কৰিছিল, আৰু সিও "চলাও পাঙ্কি" বুলি সেই ব্যৱসায়ৰ পাঙ্কৈ নাওখন ভো-ভো কৰে চলাই দিছিল। কিন্তু এদিন ধনীৰ নাও লাগিল ঘপহ্ কৰে চটত, আৰু খালে উবুৰি। তাৰ এনে অত্যাচাৰৰ কোৰ অসহ্য হলত বজাৰৰ এজাক দোকানী পোহাৰীয়ে মৰোঁ-জীওঁ সোঁ-আধিকৈ দেউতাৰ আগত "ধনী বৰ ভাণ্ডাৰীৰ" নামে গোচৰ দিলেহি। ধনীয়ে বিপদ সমুপগত দেখি ততালিকে পলাই ফাট্ মাৰিলে। "আসামী ফেৰাৰ" দেখি, দেউতাই সেই পোহাৰীবোৰক সিহঁতৰ মাছৰ দাম যিমান দূৰ সম্ভৱ সুধি-পুছি লৈ, দি, বিদায় দিলে, আৰু পিছ দিনা ধনীক বিচৰাই ধৰাই আনি বড়িয়াকৈ এজাউৰি কীল-কীৰ্ত্তন দিলে। এই কীল-কীৰ্ত্তনৰ effect গুণ যে সৰহ দিন ধনীৰ গাত আছিল, এনে মনে নধৰে; কাৰণ, সি সেই পাঙ্কৈ নাওৰ বেহা ইমান লাভজনক দেখিছিল যে, দিন চেৰেকৰ মূৰতে আকৌ তাত মনপুতি লাগি গল। তাৰ এই ৰোগ দুৰাৰোগ্য হৈ উঠা দেখি দেউতাই তাক "চচ্‌পণ্ড" কৰি তাৰ ঘৰ চাওখাটলৈ বদলি কৰি তাৰ ঠাইত তাৰ ককায়েক গোজৰক আনি বাহাল কৰিলে। এবছৰৰ পিছত হে ভালেখিনি চেচা পৰা ধনীক আকৌ অনাই তাৰ পূৰ্ব্বৰ কামত ভৰ্ত্তি কৰা হল।

---

## —কমলাবাৰীৰ প্ৰতি ভক্তি—

মহাপুৰুষ শ্ৰীমাধৱদেৱৰ প্ৰিয়তম শিষ্য, উজনিত মহাপুৰুষৰ গাৰ বদল নিৰ্ব্বিকাৰ পদ্ম আতা বা বদুলা আতাৰ থান কমলাবাৰী পিতৃদেৱতাৰ প্ৰাণ, আৰু কমলাবাৰীৰ গোসাঁই ভকতসকল বুকুৰ সম্বল আছিল। এই সত্ৰ আৰু ভকতৰ অৰ্থে তেওঁ যথা সৰ্ব্বস্ব দিবলৈ সদায় সাজু আছিল; আৰু দিছিলও। পিতৃদেৱতাই সদায় কৈছিল, "মহাপুৰুষ গুৰুজনে নিজৰ নাৱৰ পৰা সৰ্ব্বহ পানীত দলিয়াই পেলাই দি ভক্ত বস্তুক তুলি লৈছিল; এতেকে ভক্ত বস্তুতকৈ শ্ৰেষ্ঠ বস্তু নাই।" মোৰ মনত আছে, দলে দলে কমলাবাৰী সত্ৰৰ ভকত সদায় দেউতাৰ ওচৰলৈ অহা যোৱা কৰিছিল, আৰু সিধা আদি খাদ্য দ্ৰব্য সম্ভাৰৰ উপৰিও থানৰ কীৰ্ত্তন ঘৰত তেওঁলোকে জাৰ কালি গাতলৈ বহি নাম গাবলৈ বঙা বানত্ একোখন লাভ কৰিছিল। এইটো নিশ্চয়কৈ কব পাৰোঁ, যে কমলাবাৰী, বৰপেটা, মধুপুৰ সত্ৰৰ গোসাঁই ভকতসকলক দান কাৰ্য্যত পিতৃদেৱতাৰ মাহে মাহে দৰমহাৰ আধখিনি ধন ভগন হৈছিল। দেউতা লক্ষীম্পুৰত থাকোতেই কমলাবাৰী সত্ৰত কন্দল উপস্থিত হৈ সত্ৰখন দুভাগ হৈ ফাটি, এভাগ আঁতৰি খাৰিজা বা ন কমলাবাৰী সত্ৰ হয়, আৰু এই নতুন সত্ৰৰ থাই ধৰণি পিতৃদেৱতা হৈছিল।

---

## —কমলাবৰীয়া ভকতৰ ভাৱনা—

কমলাবাৰী সত্ৰৰ ভকত সকলে এবাৰ কি ছুবাৰ পিতৃদেৱতাৰ আহ্বানত আহি লক্ষীমপুৰত ভাৱনা কৰিছিল। সেই ভাৱনা চাই যে আমাৰ কি মহানন্দ হৈছিল, কৈ শেষ কৰিব নোৱাৰোঁ। ভাৱনা হৈ থোৱাৰ এবছৰমান পিছলৈকে আমাৰ মুখৰ পৰা ভাৱনাৰ ভাৱৰীয়াৰ বচনবোৰ সুগুচিছিল, আৰু সময় অসময় থল-অথল বিবেচনা নকৰি আমি ভাৱৰীয়াৰ ভাও দি ফুৰিছিলোঁ। এটা ভাৱনা বোধকৰোঁ জৰাসন্ধ বধ আছিল। মই আৰু মোৰ ককাইদেও শ্ৰীনাথ, দুয়ো কলা-ঠহুৰাৰ দুদাল গদা কৰি লৈ ঘৰৰ চোতালত বীৰৰসাত্মক বচন মাতি পৰম বিক্ৰম প্ৰকাশ কৰি যুজি ফুৰিছিলোঁ, আৰু দুইবো পিঠিত কলা-ঠহুৰাৰ গদাৰে দুইও ধুপ্ ধুপ কৰে কোবাই গদা দুডাল ঘুগুলা-পচলা কৰিছিলোঁ। আমাৰ দুইবো তুমুল যুদ্ধত প্ৰদৰ্শিত বল-বিক্ৰম দেখি ঘৰুৱা তিকতাসকল আৰু চাকৰ নাকৰবোৰে পৰম বিস্ময় মানি তধা লাগিছিল, আৰু সেই দৰ্শক সকলৰ উচ্চাৰিত শলাগ আৰু উছাহ বাক্যত আমি দুই ভাই ভীম-জৰাসন্ধ ওফন্দি পৰি দুয়ো আৰু বেগেৰে তয়া-মৰ্‌য়া যুঁজ লগাই দিছিলোঁ। লাহে লাহে এই জাল আৰু বাউলা ভীম-জৰাসন্ধ জোৰৰ যুঁজৰ কোব ইমান বাঢ়ি উঠিছিল যে, আমাৰ "চুপৰ্ভাইচৰ" ককা ৰবিনাথে, "নাম নহৈ কোঁদোৰ বাহ" হবগৈ বুলি আশঙ্কা কৰি, To preserve Law and Order অৰ্থাৎ আইন আৰু শান্তিৰক্ষাৰ নিমিত্তে, এক মাথোন তেওঁৰ দ্বাৰাই সঙ্কলিত, প্ৰচাৰিত আৰু প্ৰচলিত দণ্ডবিধি আইনৰ কোনো এটা Section বা ধাৰা মতে কৰা হুকুম জাৰি কৰি Further যুদ্ধ বন্ধ কৰি দিলে। কোনো সোঁত বা বেগৰ স্বাভাবিক outlet অৰ্থাৎ বাট বন্ধ কৰি দিলে, যেনেকৈ সি বাস্তৱিকতে বন্ধ নহৈ under ground হয়, অৰ্থাৎ আত্মগোপন কৰি

অন্তঃসলিলা হয়, সেইদৰে ইয়াৰ পিছত এই ক্ষুদ্ৰ যোদ্ধা দুটিয়ে শাসকৰ চকু এৰাই বাৰীৰ পিছফালে, নাইবা ঘৰৰ পিছ-চোতালত, নাইবা গৰু-গোহালিত ছেগ বুজি একো-একোখন ক্ষুদ্ৰ যুদ্ধ সংঘটন কৰিবলৈ ধৰিলোঁ। ভেকুৰি-গুটীয়া যুঁজাক দুটিৰ গাত লগা ভইৰ ভীম-জৰাসন্ধ দুটা কালক্ৰমত স্বভাৱতে বিলয় প্ৰাপ্ত হলত হে প্ৰকৃত পক্ষত সম্বৎসৰ ব্যাপী সেই দুৰ্ঘোৰ মহাৰণৰ ওৰ পৰিল। ইয়াৰ পিছৰ বছৰত "নৃসিংহ যাত্ৰা" ভাৱনা দেখিছিলোঁ। আকৌ দুই ভাইক ভাৱনাৰ ভূতে পালে। বচন মাতি মাতি আকৌ দুয়ো যুদ্ধ-ক্ষেত্ৰত প্ৰবেশ কৰিলোঁ। মনত আছে এদিন মই হৰিণ্যকশিপু হৈ—

"ৰহৰে ৰহ ৰহ
ভ্ৰাতৃবৈৰী হৰি!
হাতে শূল ধৰি
পাঠাইবো যম নগৰী।"

এই বচন মাতি হাতত লাখুটি এডাল লৈ নৰসিংহ হোৱা শ্ৰীনাথ ককাইদেওৰ ফালে চোচা লওঁতেই কলিৰ হিৰণ্যকশিপুতকৈও ডাঙৰ ককা শ্ৰীযুত ৰবিনাথ মাজুদলৰ বকৱা আহি কৰবাৰ পৰা হিৰণ্য-কশিপুৰ ওপৰত জপংকৈ পৰিল। নিমেষতে নৰসিংহ ফিৰিঙটি ভগাদি ভাগি অদৃশ্য হৈ সাৰিল, কিন্তু হিৰণ্যকশিপুৱে কাণ-মলা খালে।

মনত আছে, এবাৰ ভাৱনাত এটা ভাও দিয়া হৈছিল, তাৰ নাম মঙলা খৰিকটীয়াৰ ভাও। মঙলাই খৰি কাটিবলৈ হাবিলৈ বুলৈ ওলাইছে, কিন্তু সেইদিনা আছিল মঙলবাৰ। ওচৰ চুবুৰীয়াই বাৰটো বেয়া দেখি মঙলাক খৰি কাটিবলৈ হাবিলৈ যাবলৈ হাক দিলে; কিন্তু মঙলাই নুশুনিলে, ফলত মঙলাক বাঘে খালে। ভাৱনাৰ সভাঘৰত পিতৃদেৱতা, ৰবিনাথ ককা আৰু আন আন মানুহেবে লৈতে আৰি বহি ভাও চাই আছোঁহক। মঙলাই খৰি নুৰি খাকোঁতেই যেই তাক

খাবলৈ পিছকালৰ পৰা হাউ-হাউকৈ মুখা-পিন্ধা বাঘ এটা ওলাল, ওপৰত কৈ অহা ভীম-জৰাসন্ধৰ যুদ্ধৰ প্ৰধান নায়ক, জৰাসন্ধৰ শিক্ষহন্ত, বীৰৰসাত্মক বাক্য বচনত সুপ্ৰতিষ্ঠ ককাইদেও শ্ৰীনাথে ভয়ত চিয়ঁৰ মাৰি উঠি মাৰিলে লৰ! ভাৰনাৰ সভামণ্ডপত হাঁহিৰ ৰোল উঠিল। গতি বিষম দেখি উপস্থিত বুদ্ধিসম্পন্ন ককা ৰবিনাথে, to save the situation, একে চাবেই উঠি গৈ ব্যাঘ্ৰভিতীবিহ্বল শ্ৰীনাথ ককাইদেওক ধৰি আনি নিৰ্ভয় দি নিজৰ কোলাত বহুৱাই বুকুত সুমাই ললে, আৰু লোকৰ হাক-বচন শুনি গৰুৱালি কৰি বেয়া বাৰ নমনা বপুৰা মজলাক মুখা পিন্ধা ঢেকিয়াপতীয়া বৰ বাঘে নিৰ্ব্বিবাদে খালে।

অথচ সভাঘৰ ভৰি থকা বাবে কুৰি মানুহৰ ভিতৰৰ এটা এডোখৰেও এটি টু শব্দ নকৰিলে, একাষাৰ ইচ্-ইচ্ বা ৰাম-বিষ্ণুকে নুবুলিলে, টোকোন লাখুটিৰ কথাকে নকওঁ, এডাল যেনেৰা খাগৰিক নাইবা হালোৱা-এচাৰিকে নোজোকাৰিলে নাইবা তৰ্জ্জনি আঙুলি বা কেয়াঁ আঙুলি এটাকে বাঘটোক নেদেখুৱালে!!!

---

## —গোবিন্দ-গোলাপ ককাইদেওৰ কলিকতা-যাত্ৰা—

মনত আছে, আমি লক্ষীমপুৰত থাকোঁতেই ককাইদেও শ্ৰীযুত গোবিন্দ বেজবৰুৱা (G, Bezbaroa) আৰু শ্ৰীযুত গোলাপচন্দ্ৰ বেজবৰুৱা (Dr. G. C. Bezbaroa) কলিকতাত পঢ়িবলৈ গৈছিল। সেই কালত কলিকতাত পঢ়িবলৈ যোৱাটো অনেক বিষয়ত আজি কালিৰ নিচিনা উদ্ধ ব্যাপাৰ নাছিল। ডাক-

জাহাজ আৰু ৰেলৰ আবির্ভাৱ তেতিয়াও আসামত হোৱা নাছিল, সদাগৰী জাহাজৰ চলাচল হৈছিল মাথোন; আৰু তাৰ সহায়েৰে ১৫।২০ দিনেহে গৈ কলিকতা-যাত্ৰীয়ে কলিকতাত ওলাব গৈ পাৰিছিল। কলিকতাত পটিবলৈ গৈ বঙালীৰ হাতে ভাত খালে সম্ভৱতঃ আমাৰ ককাইদেওসকলৰ জাত যাব, এই ভয়ৰ আন্দোলন আমাৰ ঘৰত প্ৰবলভাৱে চলি বিষম সমস্যা উপস্থিত কৰিছিল। এই সমস্যাৰ সমাধান, শশধৰ নামৰ অসমীয়া বামুণ এটাক তেওঁলোকৰ ভাত-ৰান্ধনি কৰি পঠিয়াই কৰা হয়। কিন্তু লাহে লাহে দেখা গল যে ককাইদেওসকলৰ খাবাই কলিকতাত অচিৰতে ৰান্ধনি শশধৰ অনাবশ্যক বিবেচিত হল, আৰু এবছৰ মানৰ পাছতে অসমীয়া শশধৰ বঙ্গাকাশৰ মেঘমুক্ত হৈ পুনৰ অসম-আকাশত উদয় হলহি। সিফালে কলিকতাত, জাতৰ বাৰ-খৰে গুকাই কৰ্কৰীয়াকৈ থোৱা দুই ভাইক বিদেশী ৰান্ধনিৰ আণ্ডা-ভাতৰ ধাৰাসাৰে টৌৱাই পেলালে। সন্তান সকলৰ বিপৰ্য্যয় বুদ্ধি দেখি বেচেৰা পিতৃদেৱতাই কলিকালৰ প্ৰকাণ্ড প্ৰতাপ অনুভৱ কৰি ঈশ্বৰক চিন্তি বিষাদ মনেৰে বল।

দুইজন ককাইদেওৰ চুলি-কটা ব্যাপাৰ লৈয়ো আমাৰ ঘৰত কম আন্দোলন উপস্থিত হোৱা নাছিল। অথচ তেনে চুলি-কটা বা টিকনি-কটা ঘটনা সাতোটা বাৰৰ ছাপ্পন্ প্ৰহৰত আজি-কালি নিতৌ ঘটিব লাগিছে, "ব্ৰাহ্মণ ক্ষত্ৰিয় পুণ্য-তনু" সকলে নিৰ্ব্বিবাদে, অপ্ৰতি-বোধ গতিৰে নিতৌ স্ব স্ব মস্তকৰ শিখা কাটি তহিলং কৰিব লাগিছে, কিন্তু তেনে কাণ্ড-কাৰখানা দেখি অলেখ কাউৰীৰ এটা কোৱাইও একাষাৰ "কা" কৰা নাই, অসংখ্য চিলনীৰ এটাই চিলাইও এটা "চি" বোলা নাই, বৰ-গছে এটা টোপাল পেলোৱা নাই, ৰান্ধনিয়ে পুহ মহীয়া চকৰ তলত জাম, দিওঁতে পেলোৱা কাঠ-খৰিৰে লৈতে এবাৰ সেহোৱা নাই, আনকি "সনাতনী" বৰ্ণ সম্প্ৰদায়-সভাৰ পৰা এটা

Unanimously passed resolution অৰ্থাৎ সৰ্ব্বসম্মতিক্ৰমে নিৰ্দ্ধাৰিত প্ৰস্তাৱৰ সিদ্ধান্ত লাট আৰু বৰ লাট বাহাদুৰৰ সভালৈ দুৰ্ঘোৰ প্ৰতিবাদ স্বৰূপে পঠিওৱা হোৱা নাই, আৰু সেই "বিৰাট" সভাৰ সেই বিষয়ৰ কাৰ্য্যাৱলী কোনো দৈনিক, সাপ্তাহিক, মাসিক বাতৰি-কাকতত প্ৰকাশ কৰি সদিয়াৰ পৰা ধুবুৰীলৈকে তুমুল আন্দোলনৰ তৰঙ্গ তোলা নাই। কালৰ কি প্ৰবল প্ৰতাপ, আগৰটো আন্দোলনৰ দৰে এই টিকনি-বিনাশনৰ আন্দোলনটোৱেই কালক্ৰমত আমাৰ ঘৰত নিৰ্ব্বান মুক্তি লাভ কৰিলে ; আৰু কলে নো কোনে হাতত ধৰিব, যে টিকনি তো এক ৰকম সৰু কথাই, দেখোঁতে দোখোঁতেই চাহাবী হেট কোট আৰু পট্‌লুঙৰ বৰ বৰ কথাবোৰ পৰ্য্যন্ত সকবো সৰু একোটি হৈ কেনিবা সৰকি পৰিল।

পিতৃদেৱতা লক্ষীমপুৰত থাকোতেই কিছুমান দুষ্ট মানুহে ষড়যন্ত্ৰ কৰি তেওঁৰ ওপৰত এটা মিছা অভিযোগ আনে ; আৰু সেই অভিযোগৰ বিচাৰৰ নিমিত্তে তেওঁ ডিব্ৰুগড়লৈ যাব লগীয়াত পৰে। তেতিয়া ডাক-জাহাজ বা ৰেল আসামত নাছিল ; গতিকে তেওঁ নাৱেৰে আহিব লগীয়াত পৰিছিল। পিতৃদেৱতা বাটত থাকোতেই কিবা স্বৰূপে জুইলাগি ডিব্ৰুগড়ৰ কাছাৰী ঘৰটো পুৰি যায়। তেওঁৰ ওপৰত অভিযোগ আনোতা দুষ্ট মানুহ কেইটাই চেলু পাই, তেওঁ মানুহ লগাই দি কাছাৰী ঘৰটো পোৰালে বুলি ডেপুটি কমিশ্যনৰ কৰ্ণেল ক্লাৰ্কক কৈ দিলে। কৰ্ণেল ক্লাৰ্কে কোনো বিচাৰ আৰু বিবেচনা নকৰি, দণ্ডবিধি আইনৰ "ঘৰ-জ্বালানি" অভিযোগৰ ধাৰাত পিতৃ-দেৱতাক পেলাই তেওঁ ডিব্ৰুগড় পালতে তেওঁক হাজোতত দিলে। এই মোকৰ্দ্দমাই সেই কালত আসামৰ ইমূৰৰ পৰা সিমূৰলৈকে সকলো মানুহৰ মনত তোলপাৰ লগাই পেলাইছিল ; আৰু সকলোৱে পিতৃ-দেৱতাৰ নিছিনা ধাৰ্ম্মিক আৰু পুণ্যাত্মা মানুহৰ যাবাই তেনে ঘৃণনীয়

কাম কোনোমতেই হোৱাটো অসম্ভৱ বুলি বুজি, বেজাৰ আৰু শোকত মগন হৈছিল, আৰু যাতে পিতৃদেৱতা সেই অগ্নি-পৰীক্ষাৰ পৰা নিস্কলঙ্ক হৈ সন্মানেৰে সৈতে উদ্ধাৰ হৈ ওলায় তাৰ অৰ্থে ঈশ্বৰৰ ওচৰত কায়মনোবাক্যে প্ৰাৰ্থনা কৰিছিল। এই বিপদৰ গোটেই চোথৰ কালত ডাঙৰীয়া দীননাথ বেজবৰুৱা স্থিৰ, ধীৰ, অটল হৈ আছিল, আৰু তেওঁৰ নিষ্পাপ নিৰ্ম্মল অন্তঃকৰণত এক মুহূৰ্ত্তৰ নিমিত্তে ভয়ৰ সঞ্চাৰ হোৱা নাছিল। তেওঁৰ নিৰ্ভয় উত্তৰ, ঈশ্বৰ বিশ্বাসেৰে বলী পৌৰুষপূৰ্ণ ব্যৱহাৰে কৰ্ণেল ক্লাৰ্কক প্ৰমুখ্য কৰি তেওঁৰ শত্ৰুদলৰ প্ৰাণত আতঙ্ক, আৰু ডিব্ৰুগড়ৰ প্ৰজাৰ মনত বিস্ময়-বিমিশ্ৰিত আনন্দ উৎপাদন কৰিছিল। বিচাৰৰ শেহত পিতৃদেৱতা মেঘমুক্ত শশধৰৰ দৰে নিজৰ পূৰ্ণ যশশ্যাৰ জেউতিৰে আৰু উজ্জ্বল হৈ ওলাল। গৱৰ্ণমেণ্টে তেওঁক আকৌ আগৰ কামত নিযুক্ত কৰি, কামৰ পৰা স্থগিত (চচ্‌পেণ্ড) হৈ থকা কেইমাহৰ পূৰা বেতন তেওঁক দিলে। ইয়াৰ পিছত তেওঁৰ শত্ৰুদলৰ যিবোৰ নানা লটিঘটি হৈছিল, সেইবোৰৰ বৰ্ণনা দি লেখনী কলুষিত কৰিব নেখোজোঁ। সেই মোকৰ্দ্দমাত পিতৃদেৱতাৰ বিস্তৰ ধন ভগন হৈছিল। ব্ৰেন্সন নামে (পিছত ইলবৰ্ট বিলৰ সময়ত ভাৰতীয় মানুহক, যাইকৈ বঙালীক গালি পাৰি বিখ্যাত হোৱা) এজন ইংৰাজ ডাঙৰ বেৰিষ্টাৰক, আৰু শৰৎচন্দ্ৰ বাম্বৰ্জী নামে এজন ওখ থাপৰ বঙালী উকিলক পিতৃদেৱতাৰ পক্ষ সমৰ্থন কৰিবৰ নিমিত্তে কলিকতাৰ পৰা অনোৱা হৈছিল। ব্ৰেন্সন অহাৰ আগেয়েই উকিল শৰৎচন্দ্ৰ বাম্বৰ্জীয়ে ডিব্ৰুগড় পাই সেই মিছা মোকৰ্দ্দমাৰ জাল খণ্ড-বিখণ্ড কৰি উৰাই দিলে। ব্ৰেন্সন আহি গোৱালপাৰা পাওঁতেই তাৰে পৰা পিতৃদেৱতাৰ মাতিয়েক সুবিখ্যাত হাকিম পূৰ্ণানন্দ বৰুৱা "ছোটচাহাবে" তেওঁক ওভোতাই পঠিয়ালে। সেই মোকৰ্দ্দমাত অহা সুযোগ্য উকিল বাবু শৰৎচন্দ্ৰ বাম্বৰ্জীয়ে তাৰ

পিছত আসাম গবৰ্ণমেণ্টৰ চাকৰি লৈ "একৃষ্ট্রা এছিষ্টেণ্ট" হৈ আসামতে থাকিল।

আমাৰ সুযোগ্য বন্ধু সদাগৰ শ্ৰীযুত ভোলানাথ বৰুৱা ডাঙৰীয়াই (B. Baruah) মোক এদিন কলিকতাত কৈছিল. যে তেওঁ ঢাকাত থাকোতে ডিব্ৰুগড় কাছাৰী পোৰাৰ ৰহস্য হঠাৎ এদিন তেওঁৰ আগত এটা ঘটনাসূত্ৰত উদ্ঘাটিত হৈ পৰিছিল. হেনো ঢাকাৰ কোনো এটা মুছলমান বেপাৰীৰ মোকদ্দমাৰ নথি এটা পুৰি নষ্ট কৰিবৰ নিমিত্তে সেই বেপাৰীৰে এটা মুছলমান কৰ্ম্মচাৰীৰ দ্বাৰাই সেই কাৰ্য্যটো সঙ্ঘটিত হৈছিল। অনেক বছৰৰ পিছত, সেই ৰহস্য প্ৰকাশৰ বিপদ সম্পূৰ্ণৰূপে বিদূৰিত হোৱা জানি, সেই মানুহে বৰুৱা ডাঙৰীয়াৰ আগত কোনো সূত্ৰত সেই কথা স্বতঃ প্ৰকাশ কৰি নিজৰ বাহাদুৰীৰ আনন্দ উপভোগ কৰিছিল।

লক্ষীমপুৰীয়া স্মৃতিৰ ওচৰত বিদায় লবৰ আগতে লক্ষীমপুৰৰ চেনিমাছ আৰু পাভমাছৰ কথা মনত পৰিল। এনে ডাঙৰ আৰু তেলাল চেনি আৰু পাভমাছ লক্ষীমপুৰ এৰিবৰ পৰা আজিলৈকে আৰু মই কতো দেখা নাই। সেই দুবিধ লক্ষীমপুৰীয়া মাছ সোঁৱৰীৰে মোৰ আগৰ পৰা অন্তৰ্দ্ধান হল যদিও তাৰ সোঁৱৰণ অন্তৰ্দ্ধান নহল।

লক্ষীমপুৰতে এই সোঁৱৰণ লেখক হৈ-গুচু খেলৰ বিদ্যাত দীক্ষিত হৈ সেই খেলৰ কোনো এখন অস্থায়ী "ক্লবৰ" খুদমান ছাত্ৰ সভ্য-ৰূপে পৰিগণিত হৈছিল। অৱশ্যে সেই "ক্লাবৰ" যুদ্ধ-ক্ষেত্ৰ, এই লেখকজনক অনেক গুণে ডাঙৰ আৰু বলী বুজাক ৰথী-মহাৰথী সকলৰ শৌৰ্য্য-বীৰ্য্যৰ আস্ফালনৰহে বিশেষকৈ পৰিকম্পিত হৈছিল; এই তেকুৰী-গুটীয়া আৰু দুই-চাৰিটা তেকুৰী-গুটীয়াৰে সৈতে প্ৰতিদ্বন্দ্বী দুপক্ষৰ কোনো এক পক্ষৰ দ্বাৰাই বগুৰাৰ লেখ বঢ়াবলৈ ক্ষুদ্ৰ পদাতিকৰূপে মাখোন ব্যৱহৃত হৈছিল; আৰু তেকুৰী-গুটীয়া বগুৰাৰ "ডিউটি" (duty) কাৰ

হৈছিল :—গুড্ডু-গুড্ডুৈক স্বদলৰ পৰা বিষাশৰদে লবি ওলাই গৈ বিপক্ষ-দলৰ কোনো এজনৰ হাতত বন্দী হৈ উশাহ এৰি হৈ-গুড্ডুৰা প্ৰাণ পৰিত্যাগ কৰাটো মাথোন। উশাহ এৰি হৈ-গুড্ডুৰা মোৰ ককাইদেউ আৰু ভাগিনৰ বাহিৰে সেই ৰথী মহাৰথী সকলৰ ভিতৰত দুজনৰ নাম মনত আছে। এজন শ্ৰীযুত হাবিবৰ দাস, আনজন শ্ৰীযুত গম্ভীৰ চন্দ্ৰ দাস।



## গুৱাহাটীৰ জীৱন

পিতৃদেৱতা লক্ষীমপুৰৰ পৰা গুৱাহাটীলৈ বদলি হয়। অসম বুৰঞ্জী লেখক কাশীনাথ তামুলী ফুকনৰ জ্যেষ্ঠপুত্ৰ, গুৱাহাটী নিবাসী শ্ৰীযুত কমলানাথ ফুকনৰ ঘৰত আমি উঠিলোঁহি। ফুকনৰ ঘৰে সৈতে বেজবৰুৱাৰ ঘৰৰ ঘনিষ্ঠ সম্বন্ধ পুৰণি কালৰে পৰা চলি আহিছে। তাৰ উপৰি, কমলানাথ ফুকনৰ ভাযেক, শিৱসাগৰ নিবাসী শ্ৰীযুত মুক্তানাথ ফুকন খাজাঞ্চী পিতৃদেৱতাৰ জোঁৱায়েক। আমি অলপ দিন মাথোন ফুকনৰ ঘৰত আছিলোঁ। আমাৰ বংশৰ সুবিখ্যাত ৺লক্ষীনাথ গজপুৰীয়া বৰুৱা ডাঙৰীয়াৰ খালি হৈ থকা ঘৰ-বাৰীলৈ সোনকালে উঠি গলোঁহঁক।

গুৱাহাটীৰ বিশাল ব্ৰহ্মপুত্ৰ, আৰু চাৰিওকালৰ পৰ্ব্বতমালাৰে বিভূষিত মনোৰম দৃশ্যই মোৰ মন অনিৰ্ব্বচনীয় আনন্দেৰে পূৰাই পেলালে। সেই দৃশ্যৰ চিত্ৰপট মোৰ হৃদয়-চিত্ৰশালত যাৱজ্জীৱন থাকিব। অশ্বক্ৰান্ত, উমানন্দ, উৰ্ব্বশী, নৱগ্ৰহ, ভস্মেশ্বৰ, বশিষ্ঠাশ্ৰম আদি তীৰ্থস্থানলৈ পিতৃদেৱতাৰে সৈতে গৈ মই যে কি অপাৰ আনন্দ উপভোগ কৰিছিলোঁ, কৈ অন্ত নোপাৱোঁ! মাথোন কামাখ্যা আৰু হাজোলৈ মোক সৰু বুলি পিতৃদেৱতাই লগত নিয়া নাছিল।

গুৱাহাটীতে প্ৰথমতে মোৰ স্কুলত প্ৰবেশ ঘটে। সঁচাকৈ কবলৈ গলে, স্কুলৈল যোৱাটো মোৰ মনত বৰ-ফাটেকলৈ যোৱা যেন লাগিছিল। মোৰ পক্ষে স্কুলত প্ৰবেশ মানে বন-বিহঙ্গৰ সজাত প্ৰবেশ, যদিও তাত অবস্থিতি চাৰি-পাঁচ ঘণ্টাৰ নিমিত্তেহে। কিন্তু হলে কি হব, সেই চাৰি-পাঁচ ঘণ্টাৰ পিছত মুকলি হৈ গৈ আকৌ যে কাইলৈ তেনেকৈ তাত পুনৰাবদ্ধ অনিৰ্ব্বাৰ্য্য, সেই চিন্তাৰ ভয়ে মোক খুলি খুলি খাইছিল। পিতৃদেৱতাৰ হুকুম, মই স্কুললৈ যাবই লাগিব, এতেকে যাবই লাগিব,——তেহেলৈ মোৰ মনো-ৰাজ্যত "ৰামুণেই মৰক বা লগুণেই ছিগক।"

স্কুলত সোমায়েই যেই দেখো, কৰধৃত-ঘূৰ্ণীত-শোভিত-বেত্ৰং মাষ্টৰ মহাপ্ৰভু সকলৰ বজ্ৰ-গম্ভীৰ মিনাৰ ছাত্ৰ সকলৰ সম্মিলিত সংযত কণ্ঠ নিসৃত মৃদু-মন্দ গুৰু-গুৰু ধ্বনিৰ কটাহ ভেদ কৰি স্কুল-ঘৰৰ মুধচ পাইছেগৈ, মোৰ ধাতুটিও মুৰৰ মুধচত উঠিবলৈ লৰ ধৰে। মোৰ মুৰৰ ব্ৰহ্ম-ৰন্ধ্ৰৰ কাষতে ধাতুটিক এৰি থৈ মই বহি স্কুলত কিবা শিকা-বুজাৰ তো কথাই নাই, ঘৰত অলপ অচৰপ যি পঢ়ি শুনি শিকি-বুজি আহোঁ, সিয়ো পাহৰণিৰ পঞ্চবটীত সোমাই মায়া-মৃগ হৈ কৰবালৈ লৰি পলাই গুচি যায়। হায়! স্কুল মোৰ মনত ভয়ৰ ভৱন নহৈ যদি আনন্দ-ভৱন হলহেঁতেন, আৰু মোৰে নিচিনা ছুৰ্ভগীয়া, "স্কুলাতঙ্কৰোগ গ্ৰস্ত" এপ—এটা লৰাৰ পক্ষেও যদি তেনেকুৱাই হলহেঁতেন, তেন্তে আমাৰ দেশত কি সুস্থ সবল দেহৰ আৰু মনৰ এচাম প্ৰজাৰ (Generation) সৃষ্টি হলহেঁতেন। স্কুলত শিক্ষা দিবৰ কঠোৰ নিৰ্ম্মম নীৰস এটা ৰাখোম ব্যৱস্থাৰ সলনি যদি তাৰ ওলোটা অৱস্থাৰ প্ৰচলিত হল হেঁতেন, তেন্তে কেনে হাঁহি-মুখীয়া কাৰ্য্যক্ষম, আৰু নিজৰ সাধ্যৰ সীমাত প্ৰস্ফুৰিত প্ৰজা চাৰে চাৰে বাঢ়ি আমাৰ জন্ম-ভূমিক উজ্জল আৰু মহিমান্বিত কৰিলেহেঁতেন। দেবী সৰস্বতীৰ বছেৰেকীয়া পূজাৰ

উৎসৱ ছাত্ৰ সকলৰ পক্ষে কেনে আনন্দময় হয় ;—তেওঁৰ দৈনিক পূজাও যদি ছাত্ৰ সকলৰ পক্ষে তেনে আনন্দময় হলহেঁতেন, তেন্তে তেওঁৰ অক্ষয় জ্ঞান ভাণ্ডাৰৰ পৰা জ্ঞান-বস্তুৰ সম্ভাৰ হবিষ মনেৰে সংগ্ৰহ কৰি কত লোক ধনী আৰু সুখী হব পাৰিলেহেঁতেন।

স্কুলত আমাক অঙ্ক শিকোৱা এজন মাষ্টৰ আছিল ; তেওঁৰ নামটো (যদি মই পাহৰা নাই) চাৰ্‌বত আলি। তেওঁক দেখিলেই মোৰ মূৰত থাকিব-নোখোজা অঙ্কৰ আকৃতি কেইটা বিকৃতি হৈ, মাতৃস্তন্যৰে সৈতে মাতৃদত্ত মাত কেইতাক সিহঁতে লগত লৈ মোক স্কুলৰ ক্লাচৰ কাঠৰ বেঞ্চৰ ওপৰতে নিৰুপায় কৰি অকলশৰীয়াকৈ এৰি, তাহানি নিষ্ঠুৰ নলে দময়ন্তীক হাবিৰ মাজত এৰি পলোৱাদি পলাইছিল। তাৰ পিছত কিন্তু-মুলী চাহাবৰ বৰা চকু, আৰু চোকা মুখৰ বাক্যবাণ এই মূতকৰ ভেলটোৰ ওপৰত যিমান কোবেৰে পৰিছিল, উত্তৰৰ আশাত নিৰাশ হৈ সিমান কোবেৰেই সেইবোৰ তেওঁৰ টোপনে উভতি গৈছিল। মুঠতে এই কেৰা কলেই হব যে গুৱাহাটীৰ স্কুল মোৰ পক্ষে আনন্দালয় নহৈ যমালয় হৈ উঠিছিল।

মনত আছে, স্কুলত মোৰ এনে বিদ্যাভ্যাসৰ সঙ্কটময় অৱস্থাতে এবাৰ কলিকতাৰ পৰা তেওঁলোকৰ কলেজৰ বন্ধত ককাইদেওসকল গুৱাহাটীলৈ আহিছিল। মোৰ কলিকতীয়া ককাইদেওসকল আজি আহি পাবহি, এই উৎসাহৰ আনন্দাতিশয্যত মোৰ মাটিত ভৰি পৰা নাই। ককাইদেওসকল আহিল ; গুৰুজন সকলক তেওঁলোকে সেৱা কৰি আদৰ অভ্যৰ্থনা লাভ কৰিলে ; সৰবোৰক দুই-চাৰি আদাৰ মিঠা কথাৰে আপ্যায়িত কৰি সেৱা নমস্কাৰ গ্ৰহণ কৰিলে। কিন্তু এই দুৰ্ভগীয়াৰ দুৰদৃষ্টৰ কথা কি কম! মোক দেখিয়েই ককাইদেৱে মাত লগালে—"এইটো ইমান ডাঙৰ হলনে! বেৰ তই কি পঢ়িছ?" প্ৰশ্নটো শুনিয়েই মোৰ মনৰ আনন্দৰ ন্যাম একে হেচোকতে ছুঁচি

শুকাই গৈ তাৰ তলিৰ ওখোৰামোখোৰাবোৰ ওলাই পৰিল ; মুখ শুকাই কৰাই-খোলা যেন হল। ভাবিলোঁ, হৰি হৰি! মোক ফুলৰ বৰ-বাঘে খেদি আনি দেখোন আজিৰ নিচিনা এনে আনন্দৰ দিনতো ঘৰ পালেহি!

কিছুমান বেলিৰ পিছত ককাইদেৱে মোৰ পঢ়া কিতাপ কেইটা মোৰ হতুৱাই অনাই, মোৰ পঢ়াৰ পৰীক্ষা কৰিবলৈ লাগি গল ; আৰু তেওঁৰ প্ৰশ্নৰ উত্তৰত মোৰ পৰা তেওঁ একো একোটা ফোপোলা আলুগুটি পাবলৈ ধৰিলে! তেওঁৰ উঠিল খং। মোক ধৰি কিল-কীৰ্ত্তন দিবলৈ তেওঁ উঠি দিলে খেদা। মই মাৰিলোঁ লৰ। ক্ষন্তেকতে মই আমাৰ গোটেইখন বাৰীত, পচোৱা-বতাহৰ আগ উৰাদি উৰি ফুৰিবলৈ ধৰিলোঁ, আৰু মোৰ পিছে পিছে তেওঁ লৰি ফুৰিবলৈ ধৰিলে। তেওঁ অসাৰ্থক খেদাত ক্লান্ত হৈ পৰিল, আৰু মোৰ বেগ কোৰত-কোৰে চৰিল। সকলোৱে অবাক হৈ এই বিপৰীত দৃশ্য চাবলৈ ধৰিলে। অন্তত খেদা আৰু লৰাৰ ধুম বেতিয়া তমোময় হৈ উঠিলগৈ, মাতৃদেৱীয়ে বৰ পুতেকক এই wild goose chase অৰ্থাৎ বনৰীয়া বাজহাঁহ ধৰিবলৈ খেদি ফুৰি হাইৰাণ হোৱাৰ পৰা নিবৃত্ত হবলৈ বৰকৈ কৈ, তেওঁক অলপ ভৎসনা কৰি কলে—"বাৰু হেৰ তই কলিকতাৰ পৰা আহিছ দেখি হেপাহ কৰি তোৰ সৰু ভায়েৰে তোক চাবলৈ আহিল ; তই তাক ক'ত দুই-চাৰিটা কথা কৈ পোনতে মৰম কৰিবি নাই, তাক আকৌ এইদৰে মাৰিবলৈ চোৰ-খেদাদি খেদি লৈ ফুৰাইছ! লাহে-ধীৰেও দেখোন তই তাৰ পঢ়া-শুনাৰ মহলা লব পাৰ।" আইৰ কথা শুনি যদিও ককাইদেও ক্ষান্ত হল, তথাপি আইক মৃদু-মন্দ প্ৰতি-ভৎসনা কৰিবলৈ নেপাহৰিলে যে "তোমালোকে তাক মৰম কৰি কৰি তাৰ মূৰ খালাহঁক। ইমানটো চোৱালা লৰাই একো পঢ়া-শুনা নকৰে,— এটা big dunce হল!" এই ঘটনাৰ পিছত ককাইদেওসকল থকা

কেইটা দিন মই মন মাৰি আলেঙে-আলেঙে ফুৰি কোনোমতে কটাই দিছিলোঁ। বোধকৰো এই ঘটনা, পিতৃদেৱতাই গুৱাহাটীতে কামৰ পৰা অৱসৰ লৈ পেঞ্চন পাই শিৱসাগৰলৈ আহিবৰ কিছু দিনৰ আগতে ঘটিছিল, কাৰণ মোৰ মনত আছে, শিৱসাগৰলৈ আহিবলৈ যাত্ৰা কৰি গুৱাহাটীৰ ঘাটতে আমি সকলোটি নাৱত উঠি থাকি, ৰাতি বাটিত ভাত খাবৰ সময়ত, বৰ ডাঙৰ ধুমুহা বতাহ এটাই আমাৰ বন্ধা-বঢ়া ভাত বাটিৰে পুতি পেলাইছিল, আৰু বাটিত তৰা আঁৰ-কাপোৰখন উৰাই নি ব্ৰহ্মপুত্ৰৰ মাজত পেলাই দিছিল; আৰু সেই ৰাতিৰ সেই দুৰ্য্যোগৰ সময়ত দেউতা আৰু ককাইদেওসকলে আৰু আন মানুহ আৰু নাৱৰীয়াইঁতবে সৈতে পানীত নামি কাছ পাতি আমাৰ নাও দুখন ধৰি থাকি কোনোমতে ৰক্ষা কৰিছিল। মনত আছে, ধুমুহাৰ পিছত, সেই ৰাতিয়েই তেওঁলোক দুয়ো কলিকতালৈ উভতি যাবলৈ বুলি সদাগৰী জাহাজত উঠে গৈ, আৰু পিছ দিনা মাতৃদেৱীয়ে চকুৰ লো টুকি এই বুলি বেজাৰ কৰিছিল যে—"লৰা দুটাই কালি ৰাতি ইমান দুখো পালে, আৰু যোৱাৰ আগেয়ে এসাজ ভাত খাবলৈ আহি খাবলৈকো নাপালে।"

---

## —গুৱাহাটীৰ সোঁৱৰণ—

ওপৰত উল্লেখ কৰিয়াইছোঁ, যে পিতৃদেৱতাই গুৱাহাটীতে একষ্ট্ৰা এছিষ্টেণ্ট কামৰ পৰা অৱসৰ লৈ পেঞ্চন পায়। গুৱাহাটীৰ অনেক ভদ্ৰলোকে, যাইকৈ লক্ষ্মীনাথ গজপুৰীয়া নৰুৱা ডাঙৰীয়াই পিতৃদেৱতাক উজনিলৈ উভতি নগৈ গুৱাহাটীতে ঘৰ-বাৰী কৰি থাকিবলৈ অনুৰোধ কৰে। কিন্তু পিতৃদেৱতাই নিজৰ পুৰণি ঠাই শিৱসাগৰলৈ উভতি যোৱাটোকে থিৰ কৰিলে।

গুৱাহাটীৰ ভদ্ৰলোক সকলৰ ভিতৰত উকীল শ্ৰীমন্ত সেন, যশোমন্ত সেন, এই দুজনৰ কথা, আৰু গোবিন্দ ৰাম চৌধাৰীৰ কথা মোৰ মনত আছে। এওঁলোক আমাৰ ঘৰলৈ সততে আহিছিল, আৰু দেউতাৰ আদৰৰ পাত্ৰ আছিল। গোবিন্দৰাম চৌধাৰী ওখ, ডাঙৰ আৰু দেখিবলৈ বৰ সভা-শুৱনি লোক আছিল। হেজাৰৰ ভিতৰত গোবিন্দ ৰাম চৌধাৰী চকুত পৰা "চেহেৰাৰ" মানুহ।

কমলানাথ ফুকনৰ কথা প্ৰথমতে অলপ কৈছোঁৱেই। ফুকন ডাঙৰীয়া ৰঙিয়াল, ৰসিক, witty আৰু কৌশল কৰি লোকক বিদ্ৰূপ কৰিব পৰা লোক আছিল। মোৰ শুনা এটিয়াও মনত আছে ;— কোনোৰা এজনে হেনো ডবা এটা কিনিবলৈ তেওঁৰ পৰা ধন ধাৰে নিছিল। ডবা কিনাও হল, আৰু দিনৌ তাৰ ব্যৱহাৰ কিনোতাৰ ঘৰত হবলৈ ধৰিলে, কিন্তু ধাৰে নিয়া ধন অনেক দিনলৈকে সেইজনে ফুকন ডাঙৰীয়াক ওভোটাই দিবৰ নাম নকৰে। ধকৰাৰ নিশ্চিন্ত গতি দেখি বাৰচেৰেক ফুকনে ধাৰ সাধিলে, কিন্তু ফল একো নফলিল। শেহত নিজৰ মনৰ সন্তোষৰ অৰ্থে, তেওঁ এই পদ্যটো ৰচনা কৰি সমাগত বন্ধু সকলৰ আগত সুৰ ধৰি গাবলৈ ধৰিলে, যথা :—

"দলৈ (অমুক)—ৰে
ডবা বাজ কৰে,
তাৰ ধন আজিলৈকে বাকী।
(অমুকৰ) কথা শুনি
মৰোঁ টকা ভৰি,
ইকি (অমুকৰ) কাকি॥"

এই Lampoon অৰ্থাৎ বিদ্ৰূপাত্মক পদ্য কেইশাৰীয়ে ধকৰাৰ ধাৰাই ধাৰ শুজাব পাৰিছিলনে নাই কব নোৱাৰোঁ; কিন্তু ই যে ফুকনৰ মনৰ খেদ অনেক পৰিমাণে কমাইছিল, তাৰ ভুল নাই ; কাৰণ

তেতিয়া প্ৰায় সকলো ৰসিক ভদ্ৰলোকৰ মুখে মুখে এই পদ্য কেশাৰী বাগৰি ফুৰি তাৰ উদ্দেশ্য (mission) এক প্ৰকাৰে সিদ্ধি কৰিছিল।

গজপুৰীয়া ৰকৰা ডাঙৰীয়াৰ সম্পৰ্কেও এটি ক্ষুদ্ৰ আমোদজনক কথা মোৰ মনত আছে। তেখেতৰ এটা ঘোঁৰা আছিল; ঘোঁৰাটো বেগী বা চোকা যে নাছিলেই, বৰং সি বটুৰা বদনামৰো হাত সাৰিব পৰা নহয়। ঘোঁৰাটোৰ মন্থৰ গতিত বা "বেগতিত" ৰকৰা ডাঙৰীয়া বিৰক্ত হৈ, এদিন তাক প্ৰকাশ্যে এই বুলি ভৎসনা কৰি লজ্জা দিছিল,—"ইস্ নেদেখিছা! জানিবা ইন্দ্ৰৰ উচ্চৈশ্ৰৱাডোখৰহে! বোলোঁ তিউৰা বুটমাহ খোৱাঁহে খোৱা, খোজ কাঢিবৰ ফালে মন হলে নাই।"

---

## —আমাৰ ৰংপুৰ যাত্ৰা—

ডুখন ডাঙৰ গুৱালকুচীয়া হোলোং নাৱেৰে আমি গুৱাহাটীৰ পৰা শিৱসাগৰলৈ যাত্ৰা কৰিলোঁহঁক। গুৱাহাটীৰ পৰা শিৱসাগৰলৈ উজাই আহোতে আমাৰ ২২।২৪ দিন লাগিছিল। ব্ৰহ্মপুত্ৰই দি উজাই অহা এই কালডোখৰ মোৰ পক্ষে অপাৰ আনন্দৰ কাল। ফাগুনৰ শেহ ছোৱা আৰু চতৰ আগছোৱাত বোধ কৰোঁ, এই নৌকা-যাত্ৰা সংঘটিত হৈছিল। ধৌতময় শুভ্ৰ বালিৰে দুকাষে দুটা তিৰ-বিৰোৱা পাৰি দিয়া, নিৰ্ম্মল ব্ৰহ্মপুত্ৰখন মোৰ মনত, স্ফটিকৰ সূতাৰে বোৱা এখন ডাঙৰ চেলেং কাপোৰ যেন লাগিছিল। আৰু ভৰি খোৱা সেই বগা চেলেংখনত দুটা কলা টোকাপকৰা বগাই বোৱাৰ নিচিনাকৈ আমাৰ নাও দুখন চৰিৰ ঠেলাত বোৱা যেন লাগিছিল। একো একোটা বালিৰ দূৰৰ পৰা একো একোটো "কামাদাৰ মোৰৰা" চেনিৰ পৰ্ব্বত যেন, আৰু একো-একোটা মনীয়া ৰবণৰ কাশীৰ চেনিৰ দম যেন

দেখিছিলোঁ; আৰু ডুপৰীয়া টেঙা খাবৰ মন যোৱা কালডোখৰত একো-একোটা বালি-লোণৰ পৰ্ব্বত বুলি কল্পনা কৰিছিলোঁ। ডুপৰীয়া আৰু গধূলি কোনো এটা বালিৰ কাষত নাও ৰাখিলেই, মই সকলোৰে আগেয়েই একেজাপেই নাৱৰ পৰা বালিত পৰি আনন্দত ম'ৰাচৰাইৰ পোৱালী লৰি ফুৰাদি ফুৰিছিলোঁ। মনত এনে ভাব, যেন চকৰে-দেখা দূৰলৈকে যত বালি দেখিবলৈ পোৱা গৈছে, এটাকো বাদ নিদি এটাইবোৰৰ ওপৰত জপিয়াই লৰি-ধাপৰি ভটাগুটি বাগৰাদি বাগৰি ফুৰি শেষ কৰিছে এৰিম।

এদিন ডুপৰীয়া ভাত ৰান্ধিবৰ নিমিত্তে এটা বালিত নাও ৰখা হল। দেখিলোঁ, বহুত গঙ্গাচিলনী চাৰিওফালে উৰি ফুৰিছে। কোনোবাই মোক কৈ দিলে যে সেই বালিত নিশ্চয় গঙ্গাচিলনীৰ কণী পোৱা যাব। মই, মোৰ ককাইদেও শ্ৰীনাথেৰে সৈতে, বিচাৰি বিচাৰি সঁচাকৈয়ে দুটা গঙ্গাচিলনীৰ কণী পাই আনি বুকু ফুলাই সকলোকে দেখুৱালোঁ। শুনিলোঁ, গঙ্গাচিলনী যদিও নাখায়, কিন্তু তাৰ কণী হলে খায়। এই সন্তোষজনক বিধান শ্ৰৱণ কৰি কণী দুটা ভজোৱাই দুই ভায়ে পৰম তৃপ্তিৰে সৈতে ভোজন কৰিলোঁ। এদিন আন এটা বালিত বিচাৰি বিচাৰি দুটা ঘৰিয়ালৰ কণী পাইছিলোঁ। প্ৰকাণ্ড কণী। কণী দুটা ফুটাই তাৰ ভিতৰৰ কুহুমবোৰ দলিয়াই পেলাই, গোট খোলা দুটা বহুত দিনলৈকে নাৱৰ কুঢ়িৰ বাৰত আৰি থৈ দিছিলোঁ। ৰংপুৰ পাই, নাৱৰ পৰা নামিবৰ সময়ত কিন্তু সেই দুটা মোৰ দৃষ্টিৰ বহিৰ্ভূত হল। বোধকৰোঁ "ছুপৰভাইছৰ" ৰবিনাথ ককাই দয়া পৰবশ হৈ অন্তঃসাৰ শূন্য অণ্ড-যুগলক মাক ঘৰিয়ালৰ বুকুলৈ পানীয়েদি "চালান" দিলে।

এদিন আবেলি চাৰিমান বজাত এটা ঘূলিত আমাৰ নাও ৰখা হল। সিমান সোনকালে সেই দিনা ৰখাৰ কাৰণ,—ফেকেৰীয়া বতাহ, সম্ভবতঃ বতাহৰ কোব বাঢ়িলৈ বাঢ়ি সেই বতাহ ধুমুহাত

পৰিণত হবগৈ পাৰে, এই আশঙ্কা কৰি। ঘুলিটো ভাল . তাত নাও বান্ধি থাকিলে কোনো ভয় নাই, আৰু শীত্ৰে তেনে ঘুলি পোৱা নাযাবও পাৰে। নাও বন্ধাৰ পিছত দেখা গল, দূৰত বালিৰ ওপৰত দুটা কি তিনটা ডাঙৰ কাছ বগাই গৈছে। নাৱৰীয়াইতে কলে, যে কাছকেইটা কাল্‌চাপ কাছ। সিহঁতে এনে বতৰত বালিত কণী পাৰিবলৈ উঠে। আমাৰ লগুৱা ধনীয়ে এই খবৰ শুনিয়েই কাছৰ ফালে চোচা ললে। আমি লৰ দিলোঁ। মাহুহ অহা গম পাই, কাছ কেইটাই অভীপ্সিত কাৰ্য্য স্থগিত ৰাখি, উভটি নৈৰফালে প্ৰাণ-পণে লৰ দিলে। ধনীৰ বেগ অনুপাতত কাছৰ বেগতকৈ বেছি হোৱাত, সি কাছ এটাক আগছি ধৰি ভতালিকে লুটিয়াই পেলাই তাৰ বুকুত ডাঙৰ গোৰ এটা মাৰি দিলে, যাক চলিত ভাষাত কাছ-গোৰ বোলে। কাছটো একে গোৰতে অৱশ হৈ পৰিল। বাকী কেইটাই ইতিমধ্যতে পানীত পৰি প্ৰাণ ৰক্ষা কৰিলে। কাছটো কাটিলত তাৰ পেটত দুকুৰিমান কণী ওলাল।

এদিন নাওখন পাৰৰ নল-খাগৰিৰ কাষে কাষে বাওঁতে নাৱৰীয়া-হঁতে চৰিৰ ফেৰেকা মুখেৰে হেচা মাৰি ধৰি এটা দুবাকাছ ধৰিছিল। কাছটোৰ পিঠিত এটা ভোটা কাইট বা খড়্গৰ দৰে আছিল। সেই কাছটোক হেনো নল-দুৰা বোলে; আৰু সি হেনো অখাদ্য। নাৱৰীয়াইতে কাছটো কি কৰিলে কব নোৱাৰোঁ; সম্ভৱতঃ তাক খাদ্যৰ শ্ৰেণীভুক্ত কৰি বাঢ়ি-বাঢ়ি পেটত ভৰাই থলে। আমাৰ ধনীয়ে কিন্তু কি কৰিছিল কব নোৱাৰোঁ; কাৰণ কাছটো অখাদ্য বুলি শুনি সি দেউতাই দুগুণাকৈ আমাৰ আগত প্ৰতিবাদ কৰি তলত দিয়া শাস্ত্ৰৰ বচন মাতি তাৰ অদ্ভুত ব্যাখ্যা কৰি কৈছিল,—"কীৰ্ত্তন ঘোষাত এই দুবাকাছ খাবলৈ কৈছে; যেনে, 'দুবাচাৰ মন মোৰ ৰাম হৰি বোল'! অৰ্থাৎ মোৰ মনে তোক খাবলৈ কৈছে, তই মই-খাব পোৱা হ?"

আমাৰ নাৱৰীয়া এটাই এদিন বালিত ফুৰি উভটি আহি তাৰ

চুৰিয়াৰ কোচ উবুৰিয়াই আমাৰ আগত একোচ কাছু-কণী বাকি দিলে ; তাৰ কিছুমান সম্পূৰ্ণ ঘূৰণীয়া, কিছুমান দীঘলীয়া। ঘূৰণীয়াবোৰ বৰ কাছৰ কণী, আৰু দীঘলীয়াবোৰ ডুবাকাছৰ কণী। পাচ-ছ দিনলৈকে সেই কণী সিজাই নাইবা ভাতত দি আমি সকলোৱে খাই তৃপ্তি লভিছিলোঁ।

এদিন ৰাতি খাই-বৈ আমি নাৱত শুই আছোঁহঁক ; এনেতে নাৱৰীয়াহঁতে দেউতাক কলে, যে বৰ ধুমুহা বতাহ আহিবৰ সম্ভৱ, কাৰণ ক'লা মেঘ এচটা পশ্চিমফালে আকাশত ওলাইছে। লৰালৰিকৈ দেউতাই সিহঁতৰ হতুৱাই নাও দুখনৰ গোজ কাচি মজবুতকৈ পোতাই বন্ধালে, আৰু আন আন যি সতৰ্কতা অৱলম্বন কৰিব লাগিছিল, কৰালে। পোন্ধৰ মিনিট মানৰ পিছতে গোটেইখন আকাশ ক'লা মেঘে ঢাকি পেলালে, হুৰ হুৰ গিৰ গিৰ শব্দ হ'ল, বিজুলী মাৰিবলৈ ধৰিলে, আৰু লগে লগে ভয়ানক ধুমুহা আৰম্ভ হ'ল, আৰু আমাৰ নাও দুখনক ধুমুহাই পানীত পেলাই বোন্দা থেকেচা দিবলৈ ধৰিলে। যাত্ৰা কৰি গুৱাহাটীৰ ঘাটত নাৱত উঠাৰ দিনাৰ দৰে সেই দিনাও দেউতাই নাৱৰীয়াহঁত আৰু চাকৰ-নাকৰবোৰৰে সৈতে ৰাতি পানীত পৰি কান্ধ পাতি নাও দুখন কোনোমতে ৰক্ষা কৰিছিল। পিছ দিনা উজাই যাওঁতে এঠাইত দেখিলোঁ, আমাৰ নাৱৰে নিচিনা নাও এখন উবুৰি হৈ এটা ডাঙৰ বাজীত লাগি আছে। পিছত শুনিলোঁ বোলে সেই নাৱৰ সকলো কেইটা আৰোহী, গল ৰাতিৰ সেই ধুমুহাত নাও বুৰি নৈৰ গৰ্ভত চিৰকাললৈ বিলুপ্ত হ'ল। কৰাল কালে কোন দুৰ্ভগীয়াক সপৰিবাৰে এইদৰে পানীৰ মৈদামত দিলে কোনে কব!

যাওঁতে যাওঁতে এদিন পুৱা নল খাগৰি আৰু কহুঁৱা থকা চেকা বালি এটাৰ ওপৰত এজাক বনৰীয়া মহ দেখিলোঁ। সশঙ্কিত হৈ নাৱৰীয়াহঁতে নৈৰ সিপাৰলৈ পাৰি দি যাবৰ মনোগত কৰোঁতেই,

মহজাকেই আত্মশক্তি বিস্মৃত হৈ, ভয খাই টেঁটাই ঢপলিয়াই লব মাৰি হাবিত সোমাল। ডাঙ্ৰবোৰৰ লগে লগে সমানে লৰিব মোৱৰা চাৰি-পাঁচোটা সুন্দৰ মহপোৱালি পিছ পৰি লৰি যোৱা দেখি এনে ভাল লাগিছিল। সিহঁতক পাৰিলে ধৰি মৰম কৰি পুহিবৰ মোৰ ৰবমন গৈছিল।

এদিন দেখা গেল, এজোপা ডাঙৰ গছত বহি এটা কুকৰা-চৰাইয়ে এটা ডাঙৰ বৌমাছ খাবৰ দিহা কৰিছে। আমাৰ নাৱৰ আগোৱাল এটাই কুকৰাটোৰ ফালে কাঠখৰি এডাল ফমুঁঠি মাৰি পঠিয়ালে। ভোজত বহা কুকৰাটোৱে ভোজনৰ আগেয়ে ভয় খাই উৰি লৰ মাৰিলে, আৰু মাছটো তাৰ নখৰ পৰা খহি ধুপুৰ্‌ কৰে গছৰ তলত পৰিল। ফমুঁঠি মাৰোতা আগোৱালটোৱে একে জাপেই নাৱৰ পৰা নামি পানীত পৰি, লৰি গৈ মাছটো লৈ আহি আমাৰ আগত বুকু ফিন্দাই পেলাই দিলেহি। বৰ ডাঙৰ বৌ। কাটিলত পেটৰ ভিতৰত তিনি সেৰমান কণী পোৱা গল। ভোজত বহি নিষ্ফল মনোৰথ হৈ গুচি যোৱা কুকৰাটোৰ সাহিৰে, সকলোৱে সেই মাছ সেই দিনা ভোজন কৰি তৃপ্তি লভিলে।

এদিন দেখিলোঁ, পাৰৰ বালি এটাত থকা জুপুৰি এটাৰ পৰা আলোৱা বুঢ়া বুঢ়ী দুটা আমাৰ নাৱৰ ফালে বেগাই আহিছে। দেখিলোঁ, বুঢ়াৰ হাতত কিবা এটা ওলমি আছিছে। "দেউতা এখন্তেক নাও ৰাখক" বুলি কোৱা বুঢ়াৰ মাত শুনি আমাৰ নাও ৰখা হল। দেউতাৰ আগত বৰ-কাছৰ পোৱালী এটা থৈ বুঢ়া বুঢ়ীয়ে সেৱা কৰি কলে "দেউতা উন্দৰে পেৰুন লৈ উজাই আহিছে বুলি আমি শুনিছোঁ; সেইবাবে দেউতা উন্দৰক সেৱা কৰিবলৈ আহিলোঁ।" দেউতাই মিঠা কথা কৈ বুঢ়া বুঢ়ীক আপ্যায়িত কৰাৰ পিছত, বুঢ়াই তাৰ দুঃখোপৰ বৃত্তান্ত কৈ দেউতাৰ পৰা মৰম লৈ সস্ত্ৰীকে সেৱা কৰি প্ৰস্থান কৰিলে।

নিজান বালিৰ ওপৰত বুঢ়া বুঢ়ী হালি সেই দৰে অকলৈ থকা দেখি মোৰ লৰা মনলৈকো এটা উদাস ভাব আহিছিল। ভাবিছিলোঁ, মোক মোৰ অভিভাবক সকলে যদি এৰি দিয়ে,ময়ো অকলৈ এই দৰে এনে এটা বালিৰ ওপৰত পজা এটা সাজি লৈ যাবজ্জীৱন থাকিম।

নল খাগৰি থকা বালিৰ গৰাৰ পানীৰ জুৰঁলিত কাতি হৈ পৰি থকা নল খাগৰিৰ ওপৰত সক সক কাছ পোৱালীবোৰ উঠি থাকে, আৰু আমাৰ নাও কাষ পালেগৈয়ে টুপুং কৰে পাণীত পৰি বুৰ মাৰে। এই দৃশ্যটো মোৰ বৰ ভাল লাগিছিল। ভাবিছিলোঁ, ময়ো যদি কাছ-পোৱালি হলোঁহেঁতেন এই দৰে টুপুং কৰে বুৰ মাৰি কৰবালৈ গুচি গলোঁহেঁতেন। এনেকুৱা কাছ পোৱালি দেখিলে মই লেখি যাওঁ। এদিন এটাৰ পিছত এটাকৈ লেখেঁাতে একুৰি তিনটা হৈছিল।

ব্ৰহ্মপুত্ৰৰ পাৰ্ভিত একো-একো ঠাইত মাছুৰি বন হয়। বাকলি গুচাই মাছুৰিৰ সাহটো আৰু কেওঁটো খাবলৈ ভাল লাগে। দেউতাই কিন্তু আমাক মাছুৰি খাবলৈ নিদি কৈছিল "এই মাছুৰিবে কোবাই মৰিয়ামৰি কৰি যছুবংশ ধ্বংশ হৈছিল, এতেকে মাছুৰি খাব নেপায়।" এনে innocent মাছুৰিবে সৈতে যে এনে ভীষণ স্মৃতি বিজড়িত হৈ আছে, জানিব পাৰি সেই দিনাৰ পৰা মাছুৰি ভোজনৰ পৰা প্ৰতি-নিবৃত্ত হলোঁ।

একো-একো ঠাইত বালিৰ গৰাত খহনীয়াই ধৰা যাবে, সেই পিনে উজাই যোৱাটো বিপদজনক। সেই দেখি সেই পাৰৰ পৰা সিপাৰলৈ পাৰি দিব লগীয়া হয়। চকুৰে ইপাৰ-সিপাৰ মণিব নোৱৰা ব্ৰহ্মপুত্ৰত এইদৰে আমাৰ অনেকবাৰ পাৰি দিব লগীয়া হৈছিল। পাৰি দিওঁতে নাৱৰ আগোৱাল কেইটাই নাৱৰ চিং আৰু গলত বহি প্ৰাণপণে দাব মাৰি, আৰু গুৰিয়ালে গুৰিৰ পৰা গুৰি ধঠাবে চাব দি দি অতি কষ্টেৰে এই দুৰৰ কাম সমাপন কৰিছিল। এনেকৈ পাৰি দিওঁতে আমি

অনেকবাৰ পিতৃদেৱতাকে গুৰিয়ালৰ হাতৰ বঠা কাঢ়ি লৈ নিজে বঠা ধৰা দেখিছিলোঁ। নাও পাৰি দিওঁতে পিতৃদেৱতাই "ৰাম পাৰ কৰা, এ, ৰঘুনাথ সংসাৰ-সাগৰে!" এই ঘোষা লগাই পদ দিছিল, আৰু আমি সকলোৱে উচ্চৈস্বৰে গাইছিলোঁহঁক। বাস্তৱিকতে এই নামৰ তালৰ লগত পানীত পৰা দাবৰ চেও মিলি নাৱৰীয়াহঁতৰ মনত এক অপূৰ্ব্ব উৎসাহৰ সোঁত বোৱাইছিল, আৰু ফলত নাও হাকোলা হা-কোলে আগবাঢ়ি গৈছিল। এদিন এই দৰে ব্ৰহ্মপুত্ৰত পাৰি দি যাওঁতে এবাৰ নৈৰ মাজতে আমাৰ নাওখন ঘপহ্ কৰে এটা চটত লাগিল। ততালিকে নাৱৰীয়াবোৰেৰে সৈতে পিতৃদেৱতাই চটৰ ভৰাং পানীত নামি পৰি নাওখন বলেৰে টানি টানি কোনোমতেহে সেই চোৰ বালিৰ চটৰ বিপদৰ পৰা তাক, ৰক্ষা কৰিলে।

এদিন পিতৃদেৱতাই আমাক দূৰৰ পৰা আঙুলিয়াই দেখুৱাই কলে "সৌৱা মোৰ আতাৰ থান ৺কমলাবাৰী সত্ৰৰ গছ দেখা গৈছে!" পিতৃদেৱতাৰ আদেশ আৰু আৰ্হি অনুসৰণ কৰি আমি নাৱৰ চৰখত আঁঠুকাঢ়ি পৰি থানৰ উদ্দেশে ভক্তিপূৰ্ণ সেৱা কৰিলোঁহঁক। পিতৃ-দেৱতাই সেৱা কৰি উঠি, তলত দিয়া ঘোষা কেইটা সুৰ ধৰি গাই তাৰ মানে অতি ভক্তিভাৱে ব্যাখ্যা কৰি আমাক শুনাইছিল ;—

"যি দিশত মহা ভক্তসবে শ্ৰীমন্ত কমললোচনক
পৰম সন্তোষে কীৰ্ত্তন যিতো কৰয়
সি দিশক নমস্কাৰ কৰি দুৰ্য্যোৰ সংসাৰ সুখে তৰি
আপুনি অচ্যুত স্বৰূপ সিতো হোৱয়॥
ৰমানন্দ পদ যুগলৰ মকৰন্দ মধুব্ৰত প্ৰায়
ভকত সকলে যি দিশত প্ৰকাশয়।
সি দিশ জানিবা গঙ্গাদেৱী অনেক প্ৰবাহৰূপে আতি
পৰম নিৰ্ম্মল স্বৰূপে শোভা কৰয়॥

শ্ৰীমধুপুৰিৰ ঈশ্বৰৰ কীৰ্ত্তন মঙ্গল নিবন্ধৰ

যিতো ভূমিভাগে গুৰুৰূপে হোৱে জাত।
তাৰ ধূলি যিতো খিবে ধৰে, নিশ্চয়ে জানিবা সিতো নৰে,
কৃষ্ণৰ পৰম বল্লভ হোৱে সাক্ষাত ॥”

মোৰ ভালকৈ মনত আছে, যি দিনা আমি দিখৌ মুখত সোমাওঁ-সোমাওঁ হৈছোঁ, সেই দিনা দুপৰীয়া, ওচৰৰ মিৰিগাওঁ এখনত ৰবকৈ লবা এটাই কন্দা আমি শুনিলোঁ। দেউতাই ভেতিয়াই নাও ৰখাবলৈ দি, নাৱৰ পৰা নাৱৰীয়া এটাক কন্দনা লৰাটোৰ মাক বাপেকক মাতি আনিবলৈ পঠিয়াই দিলে। সিহঁত আহিলত, লৰাটোক সিহঁতে কিয় সিমানকৈ কন্দুৱাইছিল, দেউতাই সুধি, আক নকন্দুৱাবলৈ ভালকৈ কৈ সিহঁতক বিদায় দিলে। সিহঁতে দেউতাৰ কথাত সন্তোষ লভি, আমাৰ মাওখম অলপ ৰাখিবলৈ কৈ, লৰি গৈ চাইটা মানুহে সাজী কৰি অনা এটা ডাঙৰ ৰৰ-কাছ দেউতাক উপঢৌকন দি সেৱা কৰিলে। লগতে গোটেইখন মিৰিগাৱঁৰ লৰা, বুঢ়া আক তিকতা আহি আমাৰ নাৱৰ কাষত জুম বান্ধিলে। দেউতাই কাছটো ভাতে কটাই তাৰ এটা কি দুটা পিৰা ৰাখি বাকীখোৰ সিহঁতকে বিলাই দিয়ালে। সিহঁতে বং মনেৰে মঙ্গহ লৈ দেউতাক সেৱা কৰি গুচি গল। ৰব-জাপি এটাৰ সমান ইমানটো ডাঙৰ ৰব-কাছ আগেয়ে মই কেতিয়াও দেখা নাছিলোঁ।।

তেতিয়া মোৰ বয়স কিমান কব নোৱাৰোঁ। মই চুৰিয়া যদিও পিন্ধিছিলোঁ, কিন্তু এবা ধৰাকৈহে। মই শুনিলোঁ, আক দুই-এদিনতে আমি বংপুৰ পামগৈ। মই ভাবিলোঁ আমাৰ বংপুৰৰ ঘৰৰ ন মানুহ বোৰৰ আগত মোৰ কঁকালেৰে সৈতে চুৰিয়াৰ এনে এবা-ধৰা সজটো বৰ লাজৰ হব; ইয়াকে ভাবি, দিনে ৰাতিয়ে সমজু-মিহিগাকৈ পিন্ধি থাকিবলৈ দুখন চুৰিয়া মোক দিবলৈ মাতৃদেবীক কলোঁ। মাতৃদেবীয়ে মোৰ প্ৰাৰ্থনা যুক্তি-সঙ্গত বিবেচনা কৰি সেইমতে মোক চুৰিয়া দুখন দিলে, আক মই ভব্য-সব্য সভ্য লৰা হৈ আমাৰ বংপুৰৰ ঘৰত প্ৰৱেশ কৰিলোঁ।

# দ্বিতীয় স্কন্ধ

## প্ৰথম আধ্যা।

### —স্কুলীয়া জীৱন—

অসম ৰজাৰ ৰাজধানী ৰংপুৰ বা শিৱসাগৰৰ দৃশ্য অসম ৰাজপ্ৰতি-নিধিৰ ছহৰ গুৱাহাটীৰ দৃশ্যতকৈ সুকীয়া। গুৱাহাটীৰ গাত লুইতৰ বিহা-মেখেলা, ডিডিঙত পৰ্ব্বতৰ সাতসৰী হাৰ, মুৰত ভুৱনেশ্বৰীৰ ধৱল কিৰীটি, বুকুত উমানন্দ আৰু উৰ্ব্বশী। শিৱসাগৰ সমতল, চকুৰে দেখালৈকে প্ৰায় পৰ্ব্বতশূন্য নিৰাভৰণা;—মাথোন তেওঁৰ ক্ষীণ হাত দুটি দিখৌ আৰু দিচাং নামৰ সৰু সৰু বলয় এজুৰিয়ে অলপ উজলাই ৰাখিছে। গুৱাহাটীৰ পৰা নাৱেৰে আহোঁতে, ব্ৰহ্মপুত্ৰৰ ওচৰত বিদায় লৈ দিখৌৰ বুকুত সোমাওঁতে মোৰ যেনে লাগিছিল, নামনি আৰু মাজ-অসম এৰি ৰংপুৰ ছহৰত সোমাওঁতেও মোৰ তেনে লাগিছিল। নতুন ঠাই, আমাৰ নিজা পুৰণি ঘৰ ৰংপুৰলৈ যাব লাগিছোঁ, ৰংপুৰ নোপোৱালৈকে এই আনন্দই যেনেকৈ মোক আপ্লুত কৰি ৰাখিছিল, ৰংপুৰ পালত, সেই আনন্দ এটা অনিৰ্ব্বচনীয় বিৰাগে গুচাই পেলালে।

অসম দেশখনক গোটেই ভাৰতৰ আন আন দেশবোৰেৰে সৈতে বিজাই কোনো-কোনোৱে ভকাই-চুক বুলি উপলুঙা কৰা শুনিছোঁ; তেনেকুৱা উপলুঙীয়া বিজনিকে দি যদি নামনি অসমেৰে সৈতে উজনীৰ শিৱসাগৰক চোৱা যায়,—তেনেহলে শিৱসাগৰকো অসম-ভকাইৰ চুক বুলিলে বুলিব পাৰি। অন্ততঃ আকৃতিত নহলেও প্ৰকৃতিত—কিন্তু ভকাইৰ চুকটোক অগ্ৰাহ্য আৰু অমান্য কৰি চলিলে

যেনেকৈ ৰুকাইথনৰ কোনো মূল্য নাথাকে, শিৱসাগৰকো সেইদৰে অগ্রাহ্য অমান্য কৰিলে অসমৰ মূল্য নাথাকে। যি হওক, অতি শীঘ্রে শিৱসাগৰৰ সম্পর্কে বিৰাগৰ এনে ভাব মোৰ মনৰ পৰা আঁতৰি তাৰ ঠাই অনুৰাগে অধিকাৰ কৰিলে। তাৰ কাৰণ, শিৱ-সাগৰৰ বিশাল বিতোপন বৰ-পুখুৰী, আৰু তাৰ পাৰত ওখ ডাঙৰ দৌল তিনটা। শঙ্কৰদেৱৰ ভাষাৰে কবলৈ গলে, এই দৌল তিনটাৰ

"সুবর্ণ ৰজত লোহা জলে তিনি শৃঙ্গ।
চকুত জমক লাগে দেখিতে বিৰিঙ্গ॥"

বিষ্ণুদ'ল আৰু দেবীদ'ল,—দুকাষৰ এই দ'ল দুটাত যদিও ৰজতৰ শৃঙ্গ নাথাকি লোৰ চক্র আৰু ত্রিশূলে সেই কাম কৰিছে, মাজৰটোৰ অর্থাৎ শিৱদল'ৰ ওপৰত "চকুত জমক লগোৱা বিৰিঙ্গ শৃঙ্গই তিৰি-পিৰি কৰি দশোদিশ প্রকাশি" যে শিৱসাগৰৰ মহিমা উজ্জ্বল কৰি-ৰাখিছে, তাক এলখন মুখেৰে কব পাৰি। সুশীতল নির্মল জলেৰে, চপ্‌চপীয়া শিৱ-সাগৰৰ বৰ পুখুৰীটোকো সৰোবৰৰ সম্মান দি, শ্রীশঙ্কৰদেৱৰ অমৃতময় ভাষাৰে আকৌ এইদৰে বর্ণাব পাৰি—

"তাহাৰ মাজে সৰোবৰ এক।
সাগৰ-সঙ্কাশ দেখি প্রত্যেক।
সুবর্ণময় পদ্মে আছে জুৰি!
ভ্রমৰে মধু পীয়ে তাত পৰি॥
ৰাজহংস আদি যতেক পক্ষী।
পৰি পৰি থাকে মাযায় উপেক্ষি॥"

এনেবিধৰ বৰ-পুখুৰীটোৱেও অচিৰতে মোৰ মন হৰণ কার্য্য সম্পাদন কৰিলে। ইয়াৰ উপৰিও কোবাল সোঁতীয়া আৰু "মানুহ-পৰি-মৰা" ওখ পৰাৰে দিখৌ নৈয়ে, আৰু দিখৌৰ সিপাৰৰ ৰংঘৰ, কাৰেংঘৰ, তলাতলি ঘৰে, জয়সাগৰৰ দৌল আৰু প্রকাণ্ড পুখুৰী প্রভৃতিয়েও যে

সেইকালে এই মোৰ মন-তৰুণ ভাৱনাত উঁহৰ ডাঙৰ তাৰবীয়াৰ ভাও দি সহায় কৰি সেই ভাৱনা স্থকলমে সমাপন কৰিলে এইটো কোৱা বাহুল্য মাথোন। মোৰ পক্ষে শিৱসাগৰ শীত্ৰে আমন্দ-সাগৰ হল, ৰংপুৰ ৰঙৰ আলয় হল।

শিৱসাগৰৰ ঘৰত উঠি পিৱলৈ মোৰ দুটা ভতিজাক লগৰীয়া স্বৰূপে পালো,—এটি মোতকৈ দেৱ-বছৰৰ বৰ, আনটি মোতকৈ অলপ সৰু। প্ৰথম দিনতে মই আবিষ্কাৰ কৰিলোঁ, যে সিঁহত দুয়ো মোতকৈ বেছিকৈ পঢ়িছে,—অৱশ্যে বঙ্গলা কিতাপ। সিঁহত দুয়ো সিঁহতৰ বঙ্গলা-বিদ্যাৰ ‘তৰ্বি-বাজীৰে’ খন্তেকতে মোক অবাক কৰি দিলে! বঙ্গলা পদ্য-পাঠৰ পদ্য মোৰ আগত সিঁহতে মাতি মোক এক প্ৰকাৰ পুতি পেলালে বুলিব লাগে। তাৰ এটা পদ মোৰ এতিয়াও মনত আছে যথা—

"পর্ব্বতে ধুমল মেঘ হইল উদয়।
ভয়ঙ্কর শব্দ করি বেগে বায়ু বয়॥
পাতা উড়ে ফল পড়ে ভাঙ্গিতেছে ডাল।
উড়িল বাতাসে সব কুটীরের চাল॥
নদী জলে উঠে ঢেউ পর্ব্বত সমান।
উপায় নাপায় মাঝি করে হায় হায়॥"

দুয়ো লগ লাগি "ভয়ঙ্কৰ শব্দ কৰি" এই প্ৰচণ্ড পদ্য মাতি মোৰ ওচৰত প্ৰথম দিনতে এনে "বেগে বায়ু" বোৱাবলৈ ধৰিলে যে মোৰ লক্ষীমপুৰীয়া আৰু গুৱাহটীয়া বিদ্যাৰ গৰ্ব্বৰে ছোৱা মন-কুটীৰৰ চাল উৰি কৰবাত পৰিলগৈ; মোৰ শান্ত-সমাহিত-নৈৰ জলত পৰ্ব্বত-সমান ঢৌ উঠিল; তুলনাত মোৰ বিদ্যাহীনতাৰে নৈত সিয়া টুলং- নাওখনি টুলুং ভুটুং কাৰি বুৰোঁ বুৰোঁ হল, আৰু মই, উপায় নাপাই অন্তৰত হায়! হায়! কৰিবলৈ ধৰিলোঁ। তেতিয়াই মই মনতে সঙ্কল্প কৰিলোঁ যে সিঁহতে

যিটো খাৰ-ঘৰৰ পৰা খাৰ-বাৰুদ সংগ্ৰহ কৰি মোৰ ক্ষুদ্ৰ কিল্লাটো ফতে কৰিলে, সেই খাৰ-ঘৰৰ পৰাই অতি শীঘ্ৰে ময়ো খাৰ-বাৰুদ সংগ্ৰহ কৰি সিঁহঁতেৰে সৈতে সমানে ৰণ দিম। যেনে সঙ্কল্প তেনে কাৰ্য্য হল; সিঁহঁতে পঢ়া বঙলা পদ্যৰ কিতাপখন দুই চাৰি দিনতে পঢ়ি আৰু সিঁহঁতে মুখস্থ কৰি থোৱা কবিতা কেইটা মুখস্থ কৰি পেলালোঁ। তেতিয়া সিঁহঁতে পদ্য মাতিলে ময়ো যেতিয়া সিঁহঁতেৰে সৈতে সমানে সেই পদ্য মাতি বা সিঁহঁতে মাতোঁতে লবি আগবাঢ়ি কাউণ্টাৰ ফায়াৰ Counter-fireএৰে অৰ্থাৎ প্ৰত্যাগ্নিৰে পদ্যাগ্নি নুমাবলৈ ধৰিলো, আমাৰ ভিতৰত সংঘটিত পদ্য-যুদ্ধখন স্থগিত হৈ শান্তি স্থাপিত হল। কিন্তু দুইনিনে হৈচা মাৰি ধৰি ৰখা মেলেৰিয়া জ্বৰ নিচিনাকৈ সোনকালে সি আন আকাৰেৰে দেখা দিবলৈ সৰহ দিন নালাগিল। ওপৰত কৈ অহা খণ্ডযুদ্ধত যদিও যোদ্ধা দুজন হাৰিছিল, সিঁহঁতে আকৌ শক্তি সংগ্ৰহ কৰি মোৰে সৈতে "গেৰিলা—ৱাৰফেয়াৰ" Guerrilla—Warfare অৰ্থাৎ অনিয়মিত ভাবে 'হায়ৰানি যুদ্ধ' আৰম্ভ কৰি দিলে। এই যুদ্ধত বঙলা যাত্ৰা-গানৰ "টেঙ্ক" (Tank) ওলাল। আমি শিৱসাগৰলৈ যোৱাৰ কিছু দিনৰ আগতে হেনো বৰপেটাৰ বিখ্যাত ভিৰিৰাম বায়নে তেওঁৰ বঙলা "যাত্ৰা গানৰ পালা" লৈ উজনি দিগ্বিজয় কৰি ঘূৰিছিল। বায়নৰ সেই যাত্ৰা-গানৰ অন্তৰ্গত ৰাধাৰ "মানভঞ্জন পালাৰ" পৰা একো-একোটা গানৰ একো-একো বিকৃত টুকুৰা স্বৰ-লয়-তান-শূন্য কৰি "গিৰি-গুহা-বন-নদী-সৰোবৰৰ" ওপৰেদি দুয়ো হৰ্ হৰ্ কৰে চলিবলৈ ধৰিলে; আৰু তাৰ প্ৰবল গতিত মান-ভঞ্জনৰ গানবোৰ ডালে-পাতে চূৰ্ণীকৃত হবলৈ ধৰিলে। সেই গীতবোৰৰ এডোখৰ কৰৰ এতিয়াও মোৰ মনত পধুৰ হৈ পৰি আছে; যেনে;—

"ও ৰাই! আগে প্ৰেম কৰিলি হেসে হেসে।
এখন কান্দ কেন নিৰ্জ্জনে বসে॥"

মই ভাবিলোঁ, ই কি হল! এইবাৰ তো মোৰ আৰু ৰক্ষা নাই। মোৰকালে দেখোন পত্তং! তেতিয়ালৈকে মই কোনো বঙলা যাত্রা-গান দেখা নাছিলোঁ, শুনা নাছিলোঁ! গতিকে এই musician "সঙ্গীতজ্ঞ" দুজনৰ হাতত মোৰ ঘাট অনিবার্য্য। মই দেখা আৰু শুনা অসমীয়া ভাৱনাৰ গীত-পদ-বাইক-বচন দুটা এটা মাতি এই ভয়ানক "ধাক্কা" ছভালিবলৈ প্রাণপণে চেষ্টা কৰিলোঁ হয়; কিন্তু প্রতিপক্ষই মোৰ সেইবোৰক ধূলি-মাকটি rubbish আৰু অসভ্য বুলি একে টিলিকিতে উৰাই দিলে;—যদিও সিঁহতে তেতিয়ালৈকে কোনো ভাৱনা দেখা নাছিল। বঙলা ভাষা, বঙলা গান, বঙ্গালীৰ নিচিনাকৈ চুলি-কটা, চুৰিয়া-চোলা পিন্ধা, মুঠতে বঙ্গালী "ফেশ্বন" ( fashion ) আৰু every thing Bengali অর্থাৎ যি-কি-নহওক সকলো বঙ্গালী আমাৰ অসমীয়াতকৈ যে শ্রেষ্ঠ, এই ৰোগে তেতিয়াৰ ডেকা ভৱপৰ গাত ভালকৈয়ে ধৰিছিল; আৰু এই ৰোগৰ প্রকোপ ইমান বাঢ়িছিল যে ডাঙৰ ডাঙৰ সত্রবোৰত সুন্দৰ অসমীয়া অঙ্কীয়া ভাৱনাৰ লগে লগে নাইবা অঙ্কীয়া ভাৱনাক খেদাই নাট-বৰ্চোতা গোঁসাই-মহন্ত সকলে বাবেবাৰুৱা অশুধ বঙলা ভাষাত নাট ৰচি, ভাৱনা কৰি, নিজক গৌৰবান্বিত আৰু দর্শকক সুখী বিবেচনা কৰিছিল। ৰৰবোৰ যেনি যায় সৰুবোৰো তেনি যায় গতিকে, ময়ো ভাবিলোঁ যে মোৰ বঙলা গান অনভিজ্ঞতা অমার্জ্জনীয়। আকৌ ভাবিলোঁ, মোৰে বা দোষ কি? মই বঙলা যাত্রা দেখিবৰ, বঙলা গান শুনিবৰ সুবিধা ক'ত, পালোঁ যে মই ইহঁতেৰে সৈতে সেই বিষয়ত সমানে জোৰ মাৰিম? ইয়াকে ভাবি মৌন হৈ, আকাৰে-ইঙ্গিতে প্রতিদ্বন্দ্বী সকলৰ ওচৰত ঘাট মানি শিৱসাগৰলৈ তিথিবাম বায়নৰ পুনৰাগমনৰ প্রতীক্ষা কৰি "মিচুকি হাঁহিয়া ৰৈলোঁ।"

কিন্তু যি হওক, আচৰিতে আন আন সকলো বিষয়তে ৰৰৰ লগা

বোৰৰ আৰু ওচৰ-চৰুৰীয়া সমবয়স্ক বালকবৃন্দৰ নেতাৰ স্থান মই অধিকাৰ কৰিলোঁ, আৰু সেই অধিকাৰত কোনো বিবাদী নহল। মোৰ পৰিচালনাত পৰিপক্ক বালকবৃন্দৰে সৈতে অনেক প্ৰকাৰ ৰং ধেমালি আৰু খেলত মই পৈণত হৈ পৰিছিলোঁ; যেনে,—হৈ-গুডু, টাংগুটি, লুকা-ভাকু, পঁচি, কচুগুটি বাঘ-গৰু খেলা, গছত উঠা, বৰশী বাই মাছ ধৰা, ইত্যাদি ইত্যাদি। সেই কালত ফট-বল, হকি, আৰু টেনিছ খেলে আমাৰ দেশত উকি মৰা নাছিল, অৱশ্যে ক্ৰিকেট খেলা দেখিছিলোঁ, আৰু অলপ ডাঙৰ হৈ দুই-চাৰি দিন খেলিছিলোঁও। আমাৰ এটা পানী-খোৱা পুখুৰী আছিল, আৰু সি আহল-বহলত পৰি-মৰা বিধৰো নাছিল; অৰ্থাৎ সেইকালত তাক এটা বুজন বিধৰ পুখুৰীকেই বুলিব লাগে। বাৰিষা তাত পানী উপচি থাকিছিল, আৰু খৰালি পানী শুকাই সি কেটেঙাও নহৈছিল। বাৰিষা পৰ্ব্বতৰ টিঙত যেনেকৈ ম'ৰাৰ আনন্দৰ চালি, বাৰিষা আমাৰো সেই পুখুৰীৰ পাৰত হাঁহি ধেমালি আৰু খিকিন্দালি। দিন নাই, ৰাতি নাই, সময় নাই, অসময় নাই, কাৰণ-অকাৰণত সেই পুখুৰীত আমাৰ নাদোৰ সাতোৰ জাঁপ আৰু খৰ। থিয়-সাতোৰ, চিলনী-সাতোৰ, আদি কত ৰকমৰ সাতোৰৰ আন্দোলনেৰে সেই পুখুৰীত হেন্দোল্-দোপ লগাইছিলোঁ, তাক আমি জানিছিলোঁ আৰু সেই পুখুৰীয়ে জানিছিল। বোধকৰোঁ আমাৰ অতিৰিক্ত উৎপাতৰ প্ৰতিবাদ স্বৰূপেই হবলা, এদিন আবেলি সকলোৱে দেখি আচৰিত মানিলে যে হঠাৎ সেই পুখুৰীটো খলকিবলৈ ধৰিলে। চাৰিউপাৰৰ কাষৰ পৰা পানীবোৰ, কিহে কব নোৱাৰো, সামৰি নি পুখুৰীৰ মাজৰ নাদৰ ওচৰত গোটাই পৰ্ব্বতৰ ওখ টিং যেন কৰিলে আৰু খন্তেকতে চাৰিউপাৰৰ কালে মাৰি পঠিয়ালে; আকৌ সেইদৰে চপাই ওখ কৰিলে, আকৌ মেলি দি চাৰিউপাৰ ঢৌৱাই পেলালে, ঠিক যেন পুৰীৰ সাগৰৰ পানীৰ ঢৌৰ

উঠা-নমা আৰু আগবঢ়া—পিছুৱাহকা। এনেকৈ দহ মিনিটমান আন্দোলিত হৈ পুখুৰীটোৱে আকৌ আগৰ সৌম্য শান্ত মূৰ্ত্তি ধাৰণ কৰিলে। এইটো কিবা আধিদৈবিক বা অধিভৌতিক উৎপাত বুলি ধৰি পিতৃদেৱতাই পণ্ডিত ব্ৰাহ্মণ সকলৰ দ্বাৰাই ইয়াৰ পিছত স্বস্ত্যয়ন, শান্তিকৰ্ম কৰোৱালে, আৰু নাম-ঘৰ বা গোসাই-ঘৰত পাল-নাম গোৱালে। এই ঘটনাৰ পৰা কিছুদিনলৈকে আমি সেই পুখুৰীত আমাৰ উৎকট জল-ক্ৰীড়া স্থগিত কৰি ৰাখিছিলোঁ; কিন্তু তাৰ পিছত—"যথা পূৰ্ব্বং তথা পৰং।" সকলোতকৈ সৰহ সময় মই পানীৰ তলত বুৰ মাৰি থাকিব পাৰিছিলোঁ, আৰু এক বুৰতে চাৰিপৰীয়া পুখুৰীটোৰ এচুকৰ পৰা diagonally আনটো চুকত ওলাইছিলোঁগৈ। পুখুৰীটোৰ এটা পাৰত একে ঠাইতে লগালগিকৈ এজোপা কঠাল, এজোপা তামোল আৰু এজোপা তেতেলি গছ আছিল। তেতেলি গছৰ ডালবোৰ পুখুৰীটোৰ পানীৰ ওপৰলৈকে মেল খাই গৈছিল। তেতেলিৰ ডালত উঠি তাৰপৰা জাপ মাৰি জপং কৰে পানীত পৰাটো মোৰ নিত্যকৰ্ম্মৰ এটা কৰ্ম্ম আছিল। পাৰৰ পৰা ওলোটা খৰ মাৰি পুখুৰীত পৰাটোও মোৰ আন এটা বাহাদুৰীৰ কাম আছিল। মূঠতে ঘাটেদি বা সোঁ-বাটেদি পুখুৰীত নামি গাধোৱা বা পুখুৰীৰ সৈতে "লেন-দেন" কৰাটো মোৰ স্বভাৱ-বিৰুদ্ধ হৈ পৰিছিল।

মই সাতোৰা বিদ্যাত পৰিপক্ব হলোঁ যেতিয়া সঙ্গীসকলেৰে সৈতে যুক্তি কৰি একো-একো দিন দিখৌত সেই কাৰ্য্য কৰিবলৈ ধৰিলোঁ। বাৰিষা দিখৌত সাপৰ-নেগুৰ-ছিগা সোঁত। একো-একো দিন তেনে দিখৌত পৰি সাতুৰি ইপাৰ-সিপাৰ হৈছিলোঁ। দিখৌৰ দুই পাৰে দুটা খুটা পুতি তাৰ পৰা লোৰ তাঁৰ লগাই তাত পাৰ নাও বান্ধি মানুহ, ঘোঁৰা, গাড়ী আদি পাৰ কৰা হয়। বাৰিষা আমি সেই পাৰনাৱত উঠি মৈৰ মাজপাই তাত নাৱৰ পৰা খৰ মাৰি দি পৰি

সাতুৰি পাৰ হওঁ। এইটো উজু কাম যে নহয়েই বৰং risky বিপদ-জনকেই বুলিব লাগে ; কিন্তু মোৰ মনত ভয় সংশয় একো মুপজিছিল। এই কাৰ্য্য কিন্তু আমি পিতৃদেৱতাৰ অগোচৰতহে কৰিছিলোঁ, কেনেবাকৈ তেওঁৰ গোচৰলৈ আহিলে শাস্তি পাইছিলোঁ।

বুঢ়ুৰাম মুক্তিয়াৰ নামৰ ভকত এজনক আমাৰ পুখুৰী পাৰতে ঘৰ দি দেউতাই ৰাখিছিল। তেওঁ কমলাবাৰী সত্ৰৰ ভকত আছিল। কমলাবাৰীৰ ভকতক সদায় পুৱা-গধূলি একো কঠা চাউল দি আমাৰ ঘৰত পোহা পিতৃদেৱতাৰ এটা অখণ্ড কাৰ্য্য আছিল। বুঢ়ুৰাম মুক্তিয়াৰক আমি সকলোৱে "বুঢ়ু আতৈ" বুলি মাতিছিলোঁ আৰু শ্ৰদ্ধা আৰু সন্মান কৰিছিলোঁইক। তেওঁ বাঢ়ৈৰ কাম ভালকৈ জানিছিল। তেওঁৰ দ্বাৰাই আমি পমা কাঠৰ সৰু নাও এখন কৰাই লৈ পুখুৰীত নাও বাই ফুৰি, মাজতে আপোন ইচ্ছাতে নাওখন বুৰাই, পানীতে আকৌ সিঁচি লৈ ভাত উঠি অপাৰ আনন্দ ভোগ কৰিছিলোঁ। মোৰ এই নৌ-বিহাৰ ইমান বঢ়া-বঢ়িত পৰিছিল গৈ যে দেউতা শুলে জোনাক ৰাতি মনে মনে আহি নাও খেলাই ফুৰিছিলোঁ। "সৰ্ব্বমত্যন্ত গৰ্হিতং" বুলি কোৱা কথাই ফলিল। এদিন ৰাতি সেই কাৰ্য্য কৰি থাকোঁতেই হাতে-কলমে ধৰা পৰিলোঁ; "ফলং প্ৰহাৰং" হল আৰু পিছদিনা নাওখন forfeited অৰ্থাৎ "জপৎ" বা জৰিমনা হৈ কটা পৰিল, আৰু দুই-চাৰি দিনতে সি বুঢ়ু আতৈৰ সহায়ত এখন তক্তাপোছ বা চাল্-পীৰাত পৰিণত হল। ইন্দ্ৰৰ দোষত আশ্ৰম-বিহাৰী অহল্যা সুন্দৰী পাষাণী হৈছিল, আৰু মোৰ দোষত আমাৰ জলবিহাৰী নাও-সুন্দৰী চাল্পীৰা হল!

## লণ্ডণ-দিয়নি

একে দিনাই মোৰ আৰু মোৰ ভতিজা এটাৰ লণ্ডণ দিয়নি হৈছিল। যদিও "প্ৰাইভেট" (Private) অৰ্থাৎ অনাত্মীয় ৰকমে

মোৰ কৰ্ণবেধ অৰ্থাৎ কাণ-বিন্ধনি কেতিয়াবাই হৈ, কাণৰ তোমোলা বিন্ধাত সীহৰ কঁবিয়া, খৰিকা আৰু কুহিলাবে পৰা আৰম্ভ কৰি সোণৰ বাখৰ পতোৱা লংকেক পৰ্য্যন্ত সোমাই ওলমি টিঘিল্‌-ঘিলাইছিল, তথাপি "অফিছিয়েলি" ( Officially ) অৰ্থাৎ শাস্ত্ৰীয় ৰকমে কৰ্ণবেধ আৰু চূড়াকৰণ আদি ব্ৰাহ্মণৰ দশসংস্কাৰৰ ভিতৰৰ্বা সংস্কাৰ সেই দিনা লগুণ-দিয়নিৰে সৈতেহে সমাপিত হৈছিল। এটা কথা এইখিনিতে কৈ থোৱা যাওক; যে লগুণ দিয়নিলৈ চাৰি-পাঁচ দিন থকাৰে পৰা দিনৌ, আমাৰ টোলৰ ভিতৰত নিবাসকৰোঁতা অব্ৰাহ্মণ সকলৰ বহাৰ পৰা অন্ন-ব্যঞ্জন ভোজনৰ অৰ্থে মোলৈ ভূৰি ভূৰি নিমন্ত্ৰণ আহিছিল; আৰু মই আনন্দ মনেৰে নিমন্ত্ৰণবোৰ ৰক্ষা কৰি আত্মতুষ্টি আৰু পৰতুষ্টি সম্পাদন কৰিছিলো। এনে যুৰাযুৰি সময়ত এনে নিমন্ত্ৰণৰ জাউৰি উঠাৰ অৰ্থে মানে আছিল।—শাস্ত্ৰৰ বচন হৈছে, "জন্মনা জায়তে শূদ্ৰঃ"; অৰ্থাৎ উপজিবৰে পৰা যদিও মই বামুণৰ লৰা, তথাপি শাস্ত্ৰমতে সংস্কাৰ নোহোৱালৈকে এজতুৱা শূদিৰ হৈয়ে আছিলোঁ।;—যদিও এনেকুৱা শূদ্ৰত্ব অমুক শৰ্ম্মা পণ্ডিত বিদ্যাৰ্ণৱ বাপুৰ ঘৰৰ পখিলী নামৰ মেকুৰী জনীৰ "মেকুৰীত্বৰ" শাৰীৰ হে। অৰ্থাৎ পণ্ডিত বাপুদেউৰ মেকুৰীজনী যদিও বামুণৰ ঘৰৰ মাৰ্জ্জাৰী, তথাপি তাই খিতাতে ওচৰ চুবুৰীয়া কৈবৰ্ত্তৰ ঘৰত সোমাই পোৱা-মাছ পইতা ভাত খাই জিভাৰে কোৱাৰি চেলেকি আহি, পণ্ডিত বাপুৰ ভাতৰ পাতৰ পৰাও তপত-তপত ভজা-মাছ লৈ যদিও দ্ৰুত গতিৰে প্ৰস্থান কৰে, তথাপি বাপুৰ বঢ়া ভাতে অশুচি হব নোখোজে; কাৰণ বাপুৰে খিৰালীৰ ব্যৱহাৰ দেখি কিং কৰ্ত্তব্য বিমূঢ় নহৈ "মাৰ্জ্জাৰী গমনে শুদ্ধি" বুলি মন্ত্ৰ মাতি সেই অন্নকে শুদ্ধ কৰি লৈ, নাগ-কূৰ্ম্মকে প্ৰমুখ্য কৰি পঞ্চ দেৱতাক অৰ্পণ কৰি পঞ্চগ্ৰাস কৰি ভোজন কৰাত ত্ৰুটি নাই। যি হওক; "সংস্কাৰাৎ দ্বিজউচ্যতে" অৰ্থাৎ যোক লগুণ দিলেই মই দ্বিজ হম,

